# অসম সাহিত্য সভা বাৰ্ষিকী

ধিং ( সপ্তত্ৰিংশ ) সন্মিলন

সম্পাদক

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা




১৯৭১

অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১ ঃঃ অসম

ASAM SAHITYA SABHA VARSIKI, DHING (SAPTATRINGSA) SANMILAN, Addresses, Reports etc., of the thirty-seventh Session of Asam Sahitya Sabha held at Dhing (Nowgong) on the 13th, 14th and 15th February, 1970, edited and published by Jatindranath Goswami, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-1, Assam, March 1971.

প্ৰকাশক—
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

প্ৰথম প্ৰকাশ
মাৰ্চ্চ, ১৯৭১ চন

বেচ ৩·০০ তিনি টকা

মুদ্ৰক—
শ্ৰীঅৰুণচন্দ্ৰ গুহ
শ্ৰীসৰযূ প্ৰেছ
শ্ৰীৰামপুৰ, হুগলী।
ফোন নং— ৬০১

# প্ৰধান সম্পাদকৰ নিবেদন

যোৱা বছৰ ফেব্ৰুৱাৰী মাহৰ ১৩, ১৪, আৰু ১৫ তাৰিখে (১৮৯১ শকৰ ১, ২, ৩ ফাগুন) ধিঙত অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলন মহাসমাৰোহেৰে অনুষ্ঠিত হৈছিল। সেই সন্মিলনৰ সভাপতি সকলৰ বহুমূলীয়া অভিভাষণ কেইখনি আৰু অন্যান্য বিৱৰণ পুথিৰ আকাৰে ৰাইজৰ আগত দিবলৈ পাই আনন্দ পাইছোঁ। উক্ত সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ চাৰি হেজাৰ টকাৰ এটি দানেৰে এই সঙ্কলনটি প্ৰকাশ সম্ভৱ হ'ল, আৰু তাৰ কাৰণে আমি অভ্যৰ্থনা সমিতিৰ শলাগ লৈছোঁ।

এই প্ৰকাশনত আজীৱন সভ্যৰ এখন তালিকা সকলোৰে পাব পৰাকৈ ছপা কৰা হৈছে, কিন্তু তালিকাখন মুদ্ৰন হৈ থাকোতে অসমৰ মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহাই ইহ সংসাৰৰ পৰা বিদায় ল'লে। গতিকে উক্ত নামটি তালিকাভুক্ত হৈ ৰ'ল।

পুথিখন সম্পাদনা কাৰ্য্যত সহায় কৰাৰ বাবে অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়া আৰু মুদ্ৰন কাৰ্য্যত তৎপৰতা অৱলম্বন কৰাৰ কাৰণে শ্ৰীসৰযূ প্ৰেছৰ স্বত্বাধিকাৰী আৰু অসম সাহিত্য সভাৰ আজীৱন সভ্য শ্ৰীঅৰুণচন্দ্ৰ গুহক ধন্যবাদ জনালোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১
১৫/২/৭১

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সূচীপত্ৰ


| | | পৃষ্ঠা |
|---|---|---|
| ১। | পতাকা উত্তোলন—শ্ৰীআনন্দচন্দ্ৰ বৰুৱা … | ১ |
| ২। | অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ—<br>আদৰণি শৰাই—শ্ৰীচন্দ্ৰকান্ত বৰকাকতী … | ৩ |
| ৩। | মূলসভাৰ সভাপতিৰ অভিভাষণ—শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু … | ২৫ |
| ৪। | আলোচনা চক্ৰৰ সভাপতিৰ অভিভাষণ—<br>শ্ৰীবিপিনকুমাৰ বৰগোহাঁই … | ৪১ |
| ৫। | বুৰঞ্জী সভাৰ সভাপতিৰ অভিভাষণ—শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ … | ৫৩ |
| ৬। | কবি সন্মিলনৰ সভাপতিৰ অভিভাষণ—শ্ৰীনৱকান্ত বৰুৱা … | ৮০ |
| ৭। | সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ অভিভাষণ—ফণী শৰ্ম্মা … | ৮৩ |
| ৮। | প্ৰদৰ্শনীৰ উদ্বোধনী ভাষণ—ডঃ সত্যৰঞ্জন বৰুৱা … | ৯২ |
| ৯। | প্ৰধান সম্পাদকৰ প্ৰতিবেদন—চৈয়দ আব্দুল মালিক … | ৯৮ |
| ১০। | সভাৰ জমাখৰচৰ হিচাপ … | ০৮ক |
| ১১। | বেজবৰুৱা শতবাৰ্ষিকী-হিচাপ … | ১০৮খ |
| ১২। | ধিং অধিবেশনৰ চমু বিৱৰণ—শ্ৰীনগেন শইকীয়া … | ১১০ |
| ১৩। | ৩৭ শ ধিং অধিবেশনৰ গৃহীত প্ৰস্তাৱ … | ১১৮ |
| ১৪। | ধিং অধিবেশনৰ এটি পৰ্য্যালোচনা—শ্ৰীচন্দ্ৰকান্ত বৰকাকতী … | ১২২ |
| ১৫। | সভাপতি সকলৰ চমু পৰিচয় … | ১৩৫ |
| ১৬। | অসম সাহিত্য সভাৰ শাখা সভা … | ১৪০ |
| ১৭। | অসম সাহিত্য সভাৰ স্বীকৃত সভা … | ১৪৬ |
| ১৮। | আজীৱন সভ্যৰ তালিকা … | ১৪৭ |
| ১৯। | অভ্যৰ্থনা সমিতিৰ কৰ্ম্মকৰ্ত্তাসকল … | ১৫৯ |
| ২০। | অসম সাহিত্য সভাৰ সভাপতি আৰু প্ৰধান সভ্যসকল … | ১৬৩ |


---

## অসম সাহিত্য সভাৰ পতাকা উত্তোলন

### মঙ্গল বচন

যিখন ভাৰতবৰ্ষৰ উত্তৰ দিশত থকা গিৰিৰাজ হিমালয়ৰ উচ্চতম শিখৰত পৃথিবীৰ প্ৰাচীনতম সভ্যতাৰ বিজয়-ধ্বজা আজিও উড়ি আছে; যি হিমালয়ৰ স্তুতি-গান গাই অমৰ কবি কালিদাস, ৰবীন্দ্ৰনাথে যাউতিযুগীয়া কাব্য-গাঁথা থৈ গ'ল, যি হিমালয়ক চাই এদিন কবি ইকবালে আনন্দত উৎফুল্ল হৈ উৰ্দ্দু ভাষাৰ তেজী ধ্বনিৰে গাইছিল –

আ! হিমালা!…………,

সেই হিমালয়ৰ প্ৰাচীৰে বেৰি থোৱা বুকুত বৰনৈৰ নিৰ্ম্মল পানীধাৰ লৈ শিৰত কামাখ্যাৰ সোণৰ কীৰিটি পিন্ধি সন্মুখত শিৱসাগৰ শিৱদ'লৰ সোণৰ কলচী থৈ, সোঁহাতত সোণ-গুৱনী সুৱাগমণি জাহিঙা ধানৰ ঠোক লৈ, চিৰসেউজীয়া ৰিহাৰ আঁচলত সেউতী মালতী ফুলৰ টোপোলা বান্ধি সোঁৱা ঠিয় দি আছে আমাৰ চিৰচেনেহী অসমী আই। তেওঁকেই চাই লুইতপৰীয়া ডেকাহঁতে গাই আছে।

'বৰে নৈৰ নিৰেমল পানী হেৰ' কনেং ঐ
বৰেনৈৰ নিৰেমল পানী'—……

যি ভাষাৰে দিখৌ নৈৰ পাৰৰ শৰাগুৰি চাপৰিত চকুৰি ভকত লৈ আল্লাৰ বান্দা আজান ফকীৰে গাই আছে—

'চাৰিবেদে জ্ঞানকে কয় ঔ আল্লা
চাৰিবেদে জ্ঞানকে কয়—'

যি ভাষাক ব্ৰহ্মাণ্ড ভেদি যোৱা শৰতৰ স্নিগ্ধ-শীতল নীল-যমুনাৰ জলেৰে স্নান কৰাই বৰগীত গাবলৈ এদিন সৌ বটদ্ৰৱা থানত এজন শঙ্কৰদেউৰ আবিৰ্ভাৱ হৈছিল, সেই অসমীয়া ভাষা-জননীৰ

এই বিজয়-ধ্বজা অসীম অনাদি কাললৈ আকাশত উড়ি থক লা-নি লাগি উড়ি যোৱা বগলিৰ বগা পতুমৰ মালাধাৰি ভাষা জননীৰ কণ্ঠত অনন্তকাললৈ কণ্ঠহাৰ হৈ থাকক। ধিং চহৰৰ আজিৰ এই পুণ্য প্ৰভাত আমাৰ স্মৃতিৰ পটত এটি মধুৰ স্বপ্নহৈ চিত্ৰাৰ্পিত হওক ডেকা গাভৰুৰ মৰমী কণ্ঠত বাজি উঠক—

'চিৰ চেনেহী
মোৰ
ভাষা জননী।'

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা
২ ফাগুন, শনিবাৰ, ১৮৯১



অসম সাহিত্য সভাৰ সভাপতি
শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু



বিদায়ী সভাপতি
শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

# আদৰণি শৰাই

অসম সাহিত্য সভাৰ নব-নিৰ্ব্বাচিত সভাপতি পৰম শ্ৰদ্ধাভাজন শ্ৰীলেখাৰু দেৱ, পূজনীয় সুধীবৃন্দ, মাননীয় প্ৰতিনিধিবৰ্গ, সেৱাৰ থলি ৰাইজ, আইসকল আৰু মৰমৰ ছাত্ৰ-ছাত্ৰীবৃন্দ !

এই ব্ৰহ্মথুলত থিয় হৈ এই অভাজনে পোন প্ৰথমে পৰম মঙ্গলময় পৰমেশ্বৰৰ চৰণত সেৱা জনাই, তেৰাৰ কৃপা ভিক্ষা মাগিছোঁ। যাৰ কৰুণাত মুকো বাচাল হয়, পঙ্গুয়েও গিৰি শৃঙ্গ লঙ্ঘন কৰে, সেই কৃপাময়ৰ কৃপা বিনে এই পূৰ্ণানন্দময় চৈতন্য মূৰ্ত্তিসকলৰ সেৱা ধৰা, এই অভাজনৰ পক্ষে সহজ সাধ্য নহয়।

পৰম পূজনীয় অভ্যাগতবৃন্দ আপোনালোকলৈ আমাৰ ভক্তিভৰা আন্তৰিক সেৱা আগ বঢ়াইছোঁ।

আজি ধিং বাসীৰ ৰাজহুৱা জীৱনত কি অপূৰ্ব্ব মঙ্গলময় ক্ষণ মিলিছে। ধিঙৰ নিচিনা এখন সামান্য ঠাইত যে, অসম সাহিত্য সভাৰ নিচিনা, এখন মহতী অনুষ্ঠান এদিন বহিব, সেইটো কল্পনাৰো অতীত কথা আছিল। ধিঙৰ ৰাইজে বহু দিনৰে পৰা মনতে পুহি থকা আশাৰ এইবাৰ ফল ধৰিলে। সাহিত্য সভাৰ কৰ্ণধাৰসকলে আমাৰ নিঃকিন অৱস্থালৈও ভ্ৰূক্ষেপ নকৰি ধিঙৰ ৰাইজৰ অনুৰোধ ৰক্ষা কৰি আমাক কৃতাৰ্থ কৰিলে। সেই সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতাৰ শৰাই আগ বঢ়ালোঁ। এনে এটি মহৎ অনুষ্ঠান কৃতকাৰ্য্যতাৰে সম্পাদন কৰাটো যে কিমান কষ্ট সাধ্য তাক এতিয়াহে অনুভৱ কৰিব পাৰিছোঁ। তথাপি আমি অসম মাতৃৰ সুযোগ্য সন্তানসকলক গোট খুৱাই সেৱা কৰিবলৈ পোৱাটো পৰম সৌভাগ্য বুলি ভাবিছোঁ। আন হাতেদি যি ঠাই এদিন মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পদৰেণুৰে পবিত্ৰ হৈছিল, আজি আকৌ বাণীৰ বৰপুত্ৰসকলৰ পদৰেণুৰে এই ঠাই পবিত্ৰ হৈ এখন মহাতীৰ্থত পৰিণত হৈছে। কুম্ভমেলা দৰ্শন

কৰিবলৈ গৈ যি পুণ্য অৰ্জ্জন কৰা হয় বুলি তীৰ্থ যাত্ৰীসকলে ভাবে আজি সেই কুম্ভমেলা সদৃশ তীৰ্থস্থান ঘৰতে মিলিছেহি। কবি গুৰুৰ ভাষাত কবলৈ হলে, আজি যেন সকলোটি মহামানৱৰ সাগৰৰ তীৰতহে সমবেত হৈছোহি। আপোনালোকৰ শুভ-পদাৰ্পণত আজি গোটেই ধিঙৰ তৃণ-তৰু, গছ-লতা, নদ-নদী যেন আনন্দৰ শিহৰণত নাচি উঠিছে। পবিত্ৰতাৰ আবেশত আজি ধিং অঞ্চল মহিমামণ্ডিত হৈ উঠিছে।

আজি এনে এটি শুভ দিনৰ শুভক্ষণত এজনৰ অভাৱে আমাৰ অন্তৰত বৰকৈ খুন্দিয়াখুন্দি কৰিছে। সেই জন হৈছে ধিঙৰ তথা সমগ্ৰ অসমৰে সু-সন্তান, সু-সাহিত্যিক, কবি বিগত নাজিৰা অধিবেশনৰ প্ৰাক্তন সভাপতি, স্বৰ্গীয় ৰত্নকান্ত বৰ কাকতীদেৱ। তেখেত এই অঞ্চলৰ গৌৰৱৰ থল আছিল। তেখেত আজি আমাৰ মাজত নাই। থকা হলে আজিৰ এই পবিত্ৰ সমাবেশ দেখা পাই, তেখেততকৈ বেচি সুখী হওঁতা কোনোৱেই নহলহেঁতেন বুলি ভাবিবৰ অৱকাশ আছে। জয় জয়তে তেখেতৰ পুণ্য স্মৃতিৰ উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ।

অসম সাহিত্য সভাৰ তিনিচুকীয়াত বহা ষড়বিংশ অধিবেশনৰ প্ৰাক্তন সভাপতি সু-সাহিত্যিক, সঙ্গীতজ্ঞ স্বৰ্গীয় পদ্মধৰ চলিহা দেৱে এই বছৰতে আমাক এৰি থৈ অনন্ত ধামলৈ গতি কৰিলে, তাৰ অলপ দিন পিচতে, অসমৰ গৌৰৱ কলাগুৰু স্বৰ্গীয় বিষ্ণু ৰাভা দেৱেও কোনোবা অজানা ঠাইলৈ গুচি গ'ল। এনে দুজন ভাষা জননীৰ একান্ত সেৱকক হেৰুৱাই, অসম জননী শোকে দুখে ম্ৰিয়মান হৈছে। সেই দুজন ভাষা জননীৰ পূজাৰীৰ পুণ্য স্মৃতিৰ উদ্দেশ্যেও আমাৰ ভক্তিভৰা পুষ্পাঞ্জলি আগ বঢ়াইছোঁ।

ইয়াৰ বাহিৰেও নগাৱঁৰ তথা অসমৰ যি সকল খ্যাত অখ্যাত সাহিত্যসেৱী আৰু সাহিত্যনুৰাগীয়ে ইহ-সংসাৰ ত্যাগ কৰি কোনোবা অনন্তধামলৈ গতি কৰিলে সেই সকলৰ পুণ্যাত্মাৰ অৰ্থেও আমাৰ ভক্তিভৰা শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ।



মাননীয় সভাপতি, অভ্যাগত আৰু প্ৰতিনিধি বৰ্গ,

আপোনালোকৰ নিচিনা মহানুভৱসকলক ধিঙৰ নিচিনা বছৰি বান-পানীয়ে ঢোকাঢোকে পানী খুৱাই জুৰুলা কৰা এখন আওহতীয়া সৰু ঠাইলৈ নিমন্ত্ৰণ কৰি আনি যথাবিধি আদৰ অভ্যৰ্থনা থকা-খোৱাৰ বিশেষ সুবিধা কৰিব নোৱাৰি, অত্যন্ত দুখিত আৰু লজ্জিত হৈছোঁ। তথাপি মনত সাহ ৰাখিছোঁ, ভাষা-জননীৰ সেৱকসকলক সেৱা কৰিবলৈ এই নিঃকিন ধিং বাসীৰ ধন, ঐশ্বৰ্য্যৰ প্ৰাচুৰ্য্য নেথাকিলেও বিদুৰৰ খুদকণৰ দৰে, আন্তৰিক সেৱাৰ খুদকণেৰে সেৱা কৰাৰ সামৰ্থকণ আছে। ইয়াৰ ভিতৰতে আদৰ অভ্যৰ্থনাত নানা দোষ ত্ৰুটী যে নঘটিব, তাক ন দি কবৰ সাহস নাই। আশা কৰোঁ নিঃকিনৰ ঘৰত পদধূলি দি কৃতাৰ্থ কৰা অতিথিসকলে যেন সকলো দায় দোষ মৰিষণ কৰি, আমাৰ সেৱা গ্ৰহণ কৰে।

ভাষা জননীৰ পূজাৰীসকল! আপোনাসৱক যি ঠাইলৈ নিমন্ত্ৰণ কৰি অনা হৈছে, সেই ঠাইখনৰ বিষয়ে আপোনালোকক পৰিচয় কৰাই নিদিলে আমাৰ অভ্যৰ্থনাৰ বহুখিনি ত্ৰুটী ৰৈ যাব বুলি ভাবো। গতিকে এই খিনিতে দুআষাৰ মান জনাবলৈ আগ বাঢ়িলোঁ। ধিং বুলিলে অকল এই সভা বহা ঠাই ডোখৰকে বুজাই এনে নহয়, ধিং এটা বিৰাট অঞ্চল। ইয়াৰ উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে সোনাই নদী, পূবে সাতভেলেউ, পশ্চিমে মায়ং। এই বিৰাট অঞ্চলটোৱেই এসময়ত ধিং অঞ্চল বুলি জনাজাত আছিল। অতীজতে এই অঞ্চলটোৱেই বাৰভূঞাৰ বাস-ভূমি আছিল। আজিও ভূঞা বড়ি পাম, ভূঞা বড়ি পথাৰে তাৰ সাক্ষী দিব লাগিছে। এই ভূঞা ৰাজ্যখনৰ ভিতৰতে বৰদোৱা, শান্তিজান, আলিপুখুৰী, ধিং, লাহৰীঘাট, বোকনী, মৈৰাবাৰী, প্ৰভৃতি ঠাই পৰিছে! চৰিত্ৰ পুথি মতে মহাপুৰুষৰ জন্মস্থান আলিপুখুৰী বৰদোৱাৰ পৰা পোনাই ৬।৭ মাইলৰ ভিতৰতে। আলিপুখুৰীৰ নিচেই কাষতে থকা মৈৰাবাৰী গাৱঁত সেই সময়ত মৈৰা চৰাইবিলাকে বিচৰণ কৰি ফুৰিছিল। সেই

ঠাইখন আলিপুখুৰীৰ পৰা মুঠেই ১॥ মাইল মানহে হব। সেই ঠাই খনেই আজি মৈৰাবাৰী নামেৰে প্ৰখ্যাত হৈ উঠিছে। এই মৈৰাবাৰীৰ উত্তৰে মুঠেই ৩ মাইল দূৰতে ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শিঙৰী পৰ্ব্বতৰ নামনিত মহেন্দ্ৰ কন্দলিৰ পাঠশালা আছিল। গুৰুজনাই আলিপুখুৰীৰ পৰা মৈৰাবাৰীৰ মাজেৰে, মহেন্দ্ৰ কন্দলিৰ পাঠশালাত পঢ়িবলৈ যাওঁতে, ব্ৰহ্মপুত্ৰৰ পাৰৰ হাবিত দুৰ্দ্দান্ত বনৰীয়া ষাড়ে আক্ৰমণ কৰাত, তেৰাই সেই ষাড়ৰ শিঙত ধৰি ওফৰাই পঠাই ব্ৰহ্মপুত্ৰৰ পাৰ পাইছিলগৈ। পিছত ঘাটত নাও-দুনী একো নেপাই ভাদমহীয়া ভৰা ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰহৈ মহেন্দ্ৰ কন্দলিৰ আশ্ৰম পাইছিলগৈ। কন্দলিয়ে এই কিশোৰৰ কাণ্ড দেখি অবাক হৈছিল।

আলিপুখুৰীত কছাৰীৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি ভূঞাসকল বৰদোৱালৈ উঠি আহি তাতে স্থায়ী ভাবে বসবাস কৰে। এই আলি-পুখুৰী, সেই সময়ত বৰদোৱাৰ অন্তৰ্ভুক্ত আছিল। গতিকে মহাপুৰুষৰ জন্মস্থান বৰদোৱা বুলি কলেও একো ভুল নহয়। চৰিত্ৰ পুথিয়ে দুয়োটাকে সমৰ্থন জনাইছে। আলিপুখুৰীৰ পৰা বৰদোৱালৈ অহা যোৱা কৰা এটা আলিৰ চিন ঠায়ে ঠায়ে আজিও ভঙা অৱস্থাত পৰি থকা দেখা যায়। আলিটোৰ দুয়ো পাৰে অসংখ্য পুখুৰী আজিও পোতগৈ আছে। ইয়াৰ পৰাই এই ঠাইখিনি যে আলিপুখুৰী নামে জনাজাত আছিল, তাক অনুমান কৰিব পাৰি। তথাপি পুৰুষানুক্ৰমে চলি অহা কিংবদন্তি মতে আলিপুখুৰীত মহাপুৰুষ ভূমিষ্ঠ হোৱা ঠাইত সেই মৌজাৰ মৌজাদাৰ ধৰ্ম্মপ্ৰাণ স্বৰ্গীয় ৰায়চাহাব ভূধৰ বৰকাকতী-দেৱে সেই ভেটীৰ চিনটো মাৰ নেযাবৰ কাৰণে এটা নামঘৰ সজাই দিয়ে। এই ঠাইৰ নিচেই কাষতে এখন কোছ গাওঁ আৰু এখন কছাৰী গাওঁ আছিল। তেওঁলোকেই পুৰুষানুক্ৰমে এই থানখনৰ ৰক্ষণাবেক্ষণ দি আছিল। ভাদমহীয়া তিথি মহোৎসবো সৰুকৈ হলেও তেওঁলোকেই কৰি আছিল। পিছত সেই ঠাইডোখৰৰ পৰা গাওঁ দুখন উঠি যোৱাত, ৰক্ষণাবেক্ষণৰ অভাৱত নামঘৰ মনিকূট জহি খহি গ'ল। থানখন লুপ্ত হবৰ উপক্ৰম কৰাত ধিং অঞ্চলৰ অসমীয়া



ৰাইজ আৰু এজন উপপ্ৰতি-সমহৰ্ত্তা শ্ৰীগোপাল শৰ্ম্মাদেৱৰ অশেষ চেষ্টা আৰু আৰ্থিক সাহায্যত আজিৰ পৰা ৭।৮ বছৰ আগতে মহা-পুৰুষ ভূমিষ্ঠ হোৱা ঠাইত এটি স্থায়ী পকী দৌল নিৰ্ম্মাণ হয়। লগতে এটি নামঘৰো সজা হয়। এতিয়া সেই ঠাইত কেজনমান ভকত আৰু এজন মহন্তৰ দ্বাৰা দৈনিক নাম কীৰ্ত্তন চলি আছে। ভাদমহীয়া তিথি কেটা আৰু দৌলোৎসৱো কেবছৰ মানৰ পৰা ৰজনজনাকৈ পালন কৰা হয়। অতি সন্তোষৰ কথা সেই থানখনিৰ আশে পাশে থকা মুছলমান ৰাইজেও থানৰ ঘৰ আদি নিৰ্ম্মাণ কাৰ্য্যত দান বৰঙণি আগ বঢ়াই আজিও সেই মহাপুৰুষজনৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰি আছে।

বৰদোৱা থান অসমীয়া জাতিৰ গৌৰৱৰ বস্তু। অসমীয়া ভাষা সাহিত্যৰ জনক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই ঠাইতে শিলিখা বৃক্ষৰ তলত বহি কীৰ্ত্তন, দশম, অসমীয়া নাট, গীত লিখি অসমীয়া জাতিলৈ যি অমূল্য সম্পদ দি গ'ল তাৰ তুলনা নাই। এনে এজন মহাপুৰুষৰ পদৰেণুৰে গোটেই ধিং অঞ্চল পবিত্ৰ হৈছিল। আজিও এই অঞ্চলৰ বায়ু মণ্ডলত সেই পবিত্ৰতাৰ সৌৰভ বিয়পি আছে। এদিন এই বৰদোৱাতে বাৰাণসীৰ পৰা অহা পণ্ডিত জগদীশ মিশ্ৰই মহাপুৰুষৰ আগত ভাগৱত পাঠ কৰি শুনাইছিল। সেই পণ্ডিত জনাই এই বৰদোৱাতে দেহ ত্যাগ কৰিলে। কিংবদন্তি মতে বৰ্ত্তমান দৌল মণ্ডপৰ কাষতে তেখেতৰ নশ্বৰ দেহ দাহ কৰা হৈছিল।

মহাপুৰুষে কছাৰীৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি বৰদোৱা থানো ত্যাগ কৰি দৰঙ্গী ৰজাৰ ৰাজ্যত কিছুদিন ধৰ্ম্ম প্ৰচাৰ কৰি, উজনীৰ গাংমৌ থানত কিছুদিন কটাই মাজুলীৰ বেলগুৰিত বসতি কৰিবলৈ লয়। তাতে মহাপুৰুষ মাধৱদেৱৰ লগত তেৰাৰ মণি-কাঞ্চন সংযোগ ঘটে। আহোম ৰজাৰ হাতী ধৰা খেতৰ পৰা ভূঞাসকলৰ ফালৰ বেৰা ভাঙি হাতী পলাল বুলি, টুটকীয়াই আহোম ৰজাক লগোৱাত ৰজাই ভূঞাসকলৰ মুখীয়াল লোক মহাপুৰুষৰ জোঁৱাই হৰিক আৰু মাধৱদেৱক ধৰি লৈ যায়। বিচাৰত হৰি জোঁৱাইৰ প্ৰাণ দণ্ড হয়

আৰু মাধৱদেৱক এৰি দিয়ে। এই কাৰ্য্যত মৰ্ম্মান্তিক বেজাৰ পাই মহাপুৰুষে চিৰদিনৰ কাৰণে অসম ৰাজ্য ত্যাগ কৰি, কোচ ৰাজ্যৰ অন্তৰ্ভুক্ত, পাটবাউসী, সুন্দৰীদিয়া, বৰপেটা আদি ঠাইত বহু বছৰ ধৰ্ম্ম প্ৰচাৰ কৰি, শেষত কোচ ৰজা নৰনাৰায়ণৰ ৰাজ্যত আশ্ৰয় লৈ তাতে দেহ ত্যাগ কৰে। আজিও কোচবিহাৰৰ মধুপুৰত তেৰাৰ শেষ শয়ন স্থানত অসম মাতৃৰ সু-সন্তান, ধৰ্ম্মপ্ৰাণ সমাজ সেৱক শ্ৰীমহেন্দ্ৰ চৌধুৰী দেৱৰ অশেষ চেষ্টাত সেই ঠাইত এটি স্থায়ী ভাবে মন্দিৰ প্ৰতিষ্ঠা হৈছে, আৰু গুৰুজনাৰ উদ্দেশে গুণমুগ্ধ ৰাইজে সেই থানত নাম-কীৰ্ত্তন কৰি আজিও তেৰাৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

মহাপুৰুষে বৰদোৱা এৰি যোৱাৰ পিছত, এই অঞ্চলত দুৰ্ঘোৰ বিপৰ্য্যয় ঘটে। এই অঞ্চলৰ ভৰা গাওঁ বিলাকত, হাইজা মহামাৰী কলাজ্বৰ হৈ, বহু গাওঁ উচ্ছন্ন হৈ যায়। ফলত বৰদোৱাকে ধৰি এই অঞ্চল অটব্য অৰণ্যত পৰিণত হ'ল। প্ৰায় তিনি পুৰুষৰ পিছতহে মহাপুৰুষৰ নাতিনী বোৱাৰী আই কনক লতাই, লগত দল বল লৈ বৰদোৱা থান উদ্ধাৰ কৰেহি। আই কনক লতাই বাৰপূজীয়াই দি পোনাই আহি বৰদোৱা থানৰ সন্ধানত, ৰাইডেঙ্গীয়াৰ ওচৰৰ আই-ভেটিত কেদিনমান ফটাই পোনে পোনে চেউনী কাটি বাট উলিয়াই বৰদোৱা চেৰাই আহি একেবাৰে ব্ৰহ্মপুত্ৰৰ পাৰ পায়হি। তাৰ বালিতে কিছুদিন সত্ৰ পাতি থাকি পুনৰ কিছুদিনৰ পিছত তাৰ দুই মাইলমান দক্ষিণে ৰামপুৰলৈ আহে। ৰামপুৰৰ পৰাহে বৰদোৱা থান উদ্ধাৰ কৰে। আই কনক লতাই চেউনী কাটি উলিওৱা বাটটো আজিলৈকে বৰদোৱাৰ পৰা বালিসত্ৰলৈকে সদৰি হৈ আছে। বৰ্ত্ত-মান গড়কাপ্তানি বিভাগে এই বাটটো ৰক্ষণাবেক্ষণ কৰি আছে। আই কনক লতাই বৰদোৱা উদ্ধাৰ কৰি, নামঘৰ, মণিকুট সজাই, ভাগৱত স্থাপন কৰি আৰু শলা-বন্তি জ্বলাই দৈনিক নাম কীৰ্ত্তনৰ ব্যৱস্থা কৰে। তেতিয়াৰে পৰা আজিকোপতি, ভকত বৈষ্ণৱবৃন্দই নাম কীৰ্ত্তনৰ ধ্বনিৰে বৰদোৱা থান মুখৰিত কৰি ৰাখিছে।

এই বৰদোৱা থানখনি লৈ মহাপুৰুষৰ সম্বন্ধীয় দুজন মহন্তৰ



কাজিয়া হোৱাত, সেই কাজিয়াৰ বিচাৰ কৰি ৰাজ মন্ত্ৰী পূৰ্ণানন্দ গোহাঁয়ে একোপধ্যে মিলাব নোৱাৰি থানখনকে দুভাগ কৰি ভগাই দিয়ে। তেতিয়াৰে পৰা প্ৰায় ২০০ বছৰ কাল আজি কেইবাবছৰমান আগলৈকে, সৰু হিছা, বৰ হিছা হিচাবে নামঘৰ সাজি সত্ৰাধিকাৰ সকলে নিজৰ নিজৰ ভকত বৈষ্ণৱ বৃন্দকলৈ পৰিচালনা কৰি আছিল। সদৌ অসমৰ চিৰ নমস্য থানখনিক দুভাগকৈ চলা কথাত আৰু মাজে মাজে উভয় পক্ষৰ ভিতৰত সৰুসুৰা মনোমালিন্য ঘটি থকাত, অসমৰ ভূতপূৰ্ব্ব ৰাজহ মন্ত্ৰী স্বৰ্গীয় মতিৰাম বৰা, লোক-সেৱক স্বৰ্গীয় হলধৰ ভূঞা প্ৰভৃতিয়ে অসমৰ সকলো গণ্য মান্য লোককে নিমন্ত্ৰণ কৰি আনি এখন সভা পাতি, থান খনি এখনি কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই প্ৰস্তাবত উভয় পক্ষৰ ভকত বৈষ্ণৱ, আৰু সত্ৰাধিকাৰ দুগৰাকীয়েও সন্মতি জ্ঞাপন কৰিলে। সেই দৰে ৺বৰা আৰু ৺ভূঞা দেৱৰ উদ্যোগত দুয়োখন থান লগ লগাই একেখন কৰি বৰ্ত্তমানৰ নামঘৰ মণিকুট নতুনকৈ স্থাপন কৰে। লগতে এই থান পৰিচালনাৰ কাৰণে এখনি থান পৰিচালনা কমিটি গঠন কৰি দিয়ে। সেই সমিতিয়ে আজিলৈকে অতি নিয়াৰিকৈ থানখন পৰিচালনা কৰি থানৰ বহুখিনি উন্নতি সাধন কৰিছে। বৰ্ত্তমান বছৰত চৰকাৰেও থানখনিৰ কীৰ্ত্তন ঘৰ, মণিকুট, চৌহদৰ বেৰ, আৰু নাটঘৰৰ উন্নয়নৰ কাৰণে ৭৮ হেজাৰ টকাৰ এটি অনুদান দিছে।

এই থানৰ উত্তৰে থকা আকাশী গঙ্গা বিলখনৰ কাহিনী অতিশয় চমকপ্ৰদ। মহাপুৰুষ বৰদোৱাত থকা সময়ত, কোনো এবছৰত খৰাং বতৰ হোৱাত, এই অঞ্চলত খেতি বাতি নোহোৱা হৈছিল। নিৰুপায়ত পৰি ৰাইজে গুৰুজনাৰ ওচৰত প্ৰতিকাৰৰ প্ৰাৰ্থনা জনোৱাত, গুৰুজনাই মেঘমল্লাৰ ৰাগিনী গাই আকাশৰ পৰা মুষলধাৰে বৃষ্টি নমাই আনিলে, ফলত থানৰ উত্তৰে থকা প্ৰকাণ্ড বৰগছজোপা পানীত ডুব গ'ল। আৰু লগতে এখন বিলৰ সৃষ্টি হ'ল। তেতিয়াৰে পৰা এই থানখনিৰ নাম বটদ্ৰৱা হ'ল আৰু নকৈ সৃষ্টি হোৱা বিলখনৰ নাম আকাশী গঙ্গা হ'ল। আজিও সেই গঙ্গাৰ পানীক

ভক্তসকলে অতি পবিত্ৰ জ্ঞান কৰে। তাৰ মাটিৰে মৃত্তিকা সাজি ফোট লয়। অতি সন্তোষৰ কথা এই গঙ্গা খনৰ পাৰ পকি কৰি সংস্কাৰ কৰিবৰ কাৰণে বৰ্ত্তমান বছৰত চৰকাৰে ২ লাখ ৭০ হেজাৰ টকাৰ এটি অনুদান দিছে।

মহাপুৰুষৰ দিনৰ আৰু এটি চমকপ্ৰদ কাহিনী আজিও অসমীয়া ৰাইজৰ পবিত্ৰ স্মৃতি হৈ আছে। সেইটো হৈছে শান্তিজানৰ কাহিনী। কোনো এবছৰত ব্ৰহ্মপুত্ৰৰ পানীয়ে টেঙ্গুৰনী বান্ধেদি সোমাই ৰাইজৰ খেতি পথাৰ নষ্ট কৰিছিল। ৰাইজে তাৰ প্ৰতিকাৰ প্ৰাৰ্থনা জনোৱাত গুৰু জনাই এগৰাকী সতীৰ দ্বাৰাইহে সেইজান বন্ধ কৰিব পৰা হব বুলি ঘোষণা কৰিলে। নিজকে সতী বুলি যহাবলৈ গৈ বহু গৰাকী হিন্দু নাৰীয়ে অভিমানত ওফন্দি ব্ৰহ্মপুত্ৰৰ পৰা পলত পানী ভৰাই আনিবলৈ গৈ ব্যৰ্থ মনোৰথ হৈ লাজে অপমানে অধোমুখে ঘৰলৈ উভটিব লগা হ'ল। কিন্তু কৈবৰ্ত্ত কুলনন্দিনী পূৰ্ণানন্দৰ সাধ্বী স্ত্ৰী ৰাধিকাই পলৰে ব্ৰহ্মপুত্ৰৰ পৰা পানী আনি সেই জানৰ মুখত ঢালি দিলে, লগে লগে ৰাইজে জানৰ মুখত মাটি দিবলৈ ধৰাত জান বন্ধ হৈ গল। সেই গৰাকী সাধ্বী সতী নাৰী ৰাধিকা শান্তিৰ পবিত্ৰ স্মৃতি আজিও অসমীয়া সমাজত সমাদৃত হৈ আছে। বৰদোৱা থানলৈ সোমোৱা কপাটৰ দক্ষিণে নদীৰ আকাৰে সেইজানে আজিও ৰাধিকা শান্তিৰ গৌৰব ঘোষণা কৰি আছে। ধিং অঞ্চলৰ ৰাইজৰ ইও এক গৌৰবৰ থল।

অতীজৰে পৰা আঠগাৱঁৰ ভাটী মূৰে এখন শিৱস্থান আছে। এই থানখন কোনে কেতিয়া প্ৰতিষ্ঠা কৰিলে সঠিক বুৰঞ্জী পাবলৈ নাই। পুৰুষ পৰম্পৰাক্ৰমে থানখনিৰ প্ৰতি অগাধ শ্ৰদ্ধা এই অঞ্চলৰ ৰাইজৰ মাজত অটুটহৈ আছে। স্থানীয় ৰাইজৰ আৰ্থিক সাহায্য আৰু চৰকাৰৰো এটি সাফল্য অনুদানেৰে তাত এটি স্থায়ী মন্দিৰ নিৰ্ম্মাণহৈ উঠিছে। ইয়াত প্ৰতি বছৰেঁ শিৱৰাত্ৰি উপলক্ষে এখন ডাঙৰ মেলা হয়। ধিং টাউনৰ দক্ষিণ-পূব কোণত এখনি জগন্নাথৰ থান আছে, কোনোবা ভবিষ্যত দৰ্শী পুৰুষে দুখী দৰিদ্ৰ



জন সাধাৰণে, পুৰীৰ জগন্নাথ মহাপ্ৰভুৰ দৰ্শনৰ সম্ভাৱনা নথকাত, সেই সকলৰ কাৰণে পুৰীৰ পৰা মূৰ্ত্তি আনি ইয়াতে প্ৰতিষ্ঠা কৰি জগন্নাথ দৰ্শনৰ সুযোগ দিছিল। সেই থানত প্ৰতি বছৰে ৰাসোৎসৱ, দৌলোৎসৱ সমাৰোহে পালন কৰি আহিছে।

আজিৰ এই সভা বহা ঠাই ডোখৰ কেবাশ বছৰ পূৰ্ব্বে ব্ৰহ্মপুত্ৰৰ বুকুতহে আছিল। লাহে লাহে ব্ৰহ্মপুত্ৰ আঁতৰি গৈ উত্তৰ পাৰে থকা শিঙৰী পৰ্ব্বতৰ কাষ পোৱাত এই অঞ্চলটো বিবাট চাপৰিত পৰিণত হয়। উজনী অসমৰ বিশেষকৈ শিৱসাগৰ জিলাৰ বিভিন্ন গাৱঁৰ মানুহে ভটিয়াই আহি কালক্ৰমত এই উৰ্ব্বৰা ভূমিখণ্ড পাই হাবি জংঘল ভাঙি গাওঁ পাতি বহেহি। আঠ ঠাইৰ মানুহে আহি বসতি কৰাৰ কাৰণে ইয়াৰ ডাঙৰ গাওঁখনে আঠগাওঁ বুলি প্ৰসিদ্ধি লাভ কৰে। ইয়াৰ বাহিৰেও নাম ছুমছুমীয়া, ওপৰ ছুমছুমীয়া, বৰদোৱা, চমুৱাগাওঁ, আউনীআটি সত্ৰ, নিজ ধিং গাওঁ, বিলতীয়া, লহকৰ প্ৰভৃতি গাৱঁই এই অঞ্চলৰ অতি পুৰণি প্ৰধান গাওঁ। এই গাওঁবিলাক কেতিয়া বহিছিল তাৰ সঠিক বুৰঞ্জী পাবলৈ নাই। বহু মানভগনীয়া উজনীয়া লোকেও এই গাওঁবিলাকত আশ্ৰয় লোৱাৰ প্ৰমাণ পোৱা যায়। আৰু এটা কথাৰ প্ৰমাণ পোৱা যায়, যে এই অঞ্চলৰ গাওঁবিলাক মান ভগনৰ বহু পূৰ্ব্বেই বহা। এই অঞ্চলত সমাজৰ পৰা বহিষ্কৃত কটৌ নামেৰে এটা দুৰ্দ্দান্ত প্ৰকৃতিৰ মানুহ আছিল। এনে সময়তে মান আহি পালেহি। দুৰ্দ্দান্ত কটৌৱে সমাজৰ ওপৰত পোতক তুলিবৰ মনেৰে, মানৰ লাজপাৰ পিন্ধি মানহঁতৰ লগলাগি সমাজৰ মুখীয়াল লোকসকলৰ ওপৰত ভীষণ অত্যাচাৰ কৰিবলৈ ধৰিলে। গাওঁ-ভূঁইত ৰাইজৰ বিলাই বিপত্তি নোহোৱা কৰি তুলিলে। বৃটিচ আহি পোৱাৰ লগে লগে মান পলাই পত্ৰং দিলে। দেশৰ সেই সময়ত দোদোল্যমান অৱস্থিতি। বৃটিচৰ অধীনো হোৱা নাই। আহোম ৰাজত্বৰো অন্ত পৰা নাই। দেশ সুস্থিৰ হোৱাত সেই ছেগতে হেজাৰ বিজাৰ ৰাইজে কটৌক ধৰি আনি জীয়াই ককাললৈকে পুতি গাৱঁৰ বাহ কুকুৰ লগাই

তাক কামোৰাই সাতদিনলৈকে উগ্ৰশাস্তি দি মাৰি পেলালে। এনেকৈয়ে দেশদ্ৰোহীৰ বিচাৰ ৰাইজে কৰিলে। কটৌক যি ঠাইত উগ্ৰ শাস্তি দি মৰা হৈছিল সেই ঠাই আজিও 'কটৌ হোলা' বুলি প্ৰখ্যাত হৈ আছে। সেই ঠাই এই সভাস্থলৰ পৰা পশ্চিমে পোনে পোনে মুঠেই ২ ফাৰ্লং মানহে হব। ইয়াৰ পৰাই অনুমান কৰিব পাৰি এই অঞ্চলৰ ডাঙৰ গাওঁ খিনি মান ভগনৰ বহু পূৰ্ব্বেই বহা। তাৰ কিছুদিন পিছত দৰঙ্গী ৰজাৰ ফৈদৰ কোনোবা এজন ৰাজকোঁৱৰে ঘৰুৱা মনোমালিন্য বশতঃ লগত ছকুৰি প্ৰজালৈ ব্ৰহ্মপুত্ৰ পাৰহৈ আহি এই অঞ্চলত বসতি কৰেহি। তেওঁলোকৰ নাতিপুতি আজিও চমুৱা গাৱঁত আছে। এই ৰাজকোঁৱৰৰ জনৰ লগত অহা প্ৰজাখিনিকে খিং বুলিছিল। তেওঁলোকৰ নামেই এই গোটেই অঞ্চলটো খিং নামেৰে জনাজাত হ'ল। অতীজতে বৰদোৱাৰ অন্তৰ্গত আঠগাওঁ খনৰ নামহে জনাজাত আছিল। আজিও দূৰণিৰ মানুহে আঠগাৱঁলৈ যাওঁ বুলিহে কয়।

মহাপুৰুষ বৰদোৱাত থকা কালৰে পৰা এই অঞ্চলত বৈষ্ণৱ আন্দোলনৰ সোঁত বৈছিল। এই অঞ্চলৰ গীতমাত, ভাওনা, সবাহে নগাওঁ তথা অসমৰ ভিতৰতে আজিও শ্ৰেষ্ঠ হৈ আছে। মহাপুৰুষৰ শ্ৰেষ্ঠ অৱদানৰাজিৰ ভিতৰত শিষ্টাচাৰ এই অঞ্চলৰ ৰাইজৰ আপুৰুগীয়া সম্পদ। এই অঞ্চলত মহাপুৰুষৰ দিনৰে পৰা বিয়াগোম নামঘৰ, মণিকুটে গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত আজিও গুৰুজনাৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে। আই কণকলতাই বৰদোৱা উদ্ধাৰ কৰাৰ পিছত এই অঞ্চলত বৈষ্ণৱ সাহিত্যই আকৌ গা কৰি উঠে। বালিসত্ৰৰ কেইগৰাকীমান মহন্তই অসমীয়া সাহিত্যলৈ যথেষ্ট বৰঙণি আগবঢ়াই গৈছে। অসমীয়া চিত্ৰ কলা আৰু অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ চিত্ৰ ভাগৱতখনি স্বৰ্গীয় হৰি নাৰায়ণ দত্ত বৰুৱাই, এই বালিসত্ৰৰ পৰাই উদ্ধাৰ কৰি নি, বহু অৰ্থব্যয় কৰি ছপা কৰাই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি তুলিছে। বাহিৰৰ পোহৰ দেখিবলৈ পোৱা নাই যদিও, আজি বৈষ্ণৱ সাহিত্যৰ অমূল্য



সম্পদ বালিসত্ৰ, বৰদোৱাত ঠাহ খাই আছে। অনুসন্ধিৎসুসকলে, এই বিলাক সম্পদ উদ্ধাৰ কৰি নি প্ৰকাশ কৰিলে, অসমীয়া সাহিত্যৰ ভঁৰাল যে আৰু এখোপ চহকী হৈ উঠিব তাত অকণো সন্দেহ নাই। বালিসত্ৰৰ স্বৰ্গীয় শিবেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে ৰচনা কৰা কেইবা-খনিও অমূল্য গ্ৰন্থ আজিও অপ্ৰকাশিত অৱস্থাত অছে। তাৰে কিছু অংশ এসময়ত বিহলঙনিত প্ৰকাশ হৈছিল। দুখ দৰিদ্ৰতাৰ মাজত জীৱন কটোৱা এই সাহিত্যিক সকলৰ অমূল্য সম্পদ ৰাজিৰ প্ৰতি দৃষ্টিপাত কৰা সাহিত্য সভাৰ নিতান্ত উচিত।

বৰদোৱা থানত পুৰুষানুক্ৰমে কেবাগৰাকী সত্ৰাধিকাৰে কেবাখনো অঙ্কীয়া নাট লিখি থৈ গৈছে। তাৰ ভিতৰতে অনন্ত আতাই ৰামায়ণৰ ভাঙনি কৰিছিল বুলি কথিত আছে। সেই পুথি আজিও সাঁচিপাততে আছে বুলি শুনিছোঁ, আৰু এজন লক্ষ্মীকান্ত আতাই ৰাৱণ বধ অঙ্কীয়া নাট এখন লিখি থৈ গৈছে। সেইখন ছপাশাললৈ যোৱা নাই যদিও, হাতে লিখা অৱস্থাতে এই অঞ্চলৰ গাওঁ বিলাকত বহুল ভাবে প্ৰচাৰিত হৈ আছে। জনা বুজা গায়ন, বায়ন, সূত্ৰধাৰসকলৰ মুখৰ পৰা জনা যায় সেই নাটখন এখন উৎকৃষ্ট নাট হৈছে। তাৰ গীত-মাতবিলাক অতি সাৱলীল আৰু সুশ্ৰাব্য। এই বিলাকৰ বাহিৰেও আৰু কেবাখনো অঙ্কীয়া নাট সাঁচিপাততে আবদ্ধ হৈ আছে। বৰদোৱা থান সম্পৰ্কে জানিবলগীয়া বহু কথাই আছে, যিবিলাকৰ আজিলৈকে পুঙ্খানুপুঙ্খৰূপে অনুসন্ধান হৈ উঠাই নাই। আমি আশা কৰোঁ অনুসন্ধিৎসুসকলে এই ফালে দৃষ্টিপাত কৰিব।

আৰু এজন এই অঞ্চলৰ প্ৰথিতযশা সাহিত্যিকৰ নাম নললে এই অভিভাষণখনি উকা হব বুলি ভাবিছোঁ। এই সভাস্থলৰ পৰা মুঠেই ১০/১২ মাইলমান দূৰৰ শুকদল বড়ি গাঁৱত উনৈশ শতিকাত এজন শিশু সাহিত্যিকৰ জন্ম হৈছিল। তেখেত ৰহা মজলীয়া স্কুলৰ প্ৰধান শিক্ষক আছিল। তেখেতৰ নাম ৺বলদেৱ মহন্ত, যি জনৰ উপদেশমূলক কবিতাৱলী আজিও তিনিকুৰি বছৰীয়া বুঢ়াৰ মুখতো আখৈ ফুটাদি ফুটে। যি খিনি সময়ত অসমীয়া সাহিত্য ফেহুঁজালি

দিছিল ঠিক তেনে সময়ত এইজন লিখকৰ অন্তৰ পৰশা লিখনীয়ে, শিশু সকলৰ মুখত মৌ বৰষা দিছিল। যাৰ সোৱাদ আজিও ভোক্তা-সকলে পাহৰা নাই।

মাননীয় অতিথি বৃন্দ! ৰজা মহাৰাজৰ দৌল দেৱালয়ৰে আমাৰ অঞ্চল সমৃদ্ধিশালী হৈ থকা নাই। পুৰণি গৌৰৱ কাহিনী শুনাবলৈকো আমাৰ এই ফালটো একেবাৰে শূন্য। তথাপি আমাৰ গৌৰৱৰ বস্তু হৈছে, জাতিৰ জনক মহাপুৰুষ গুৰুজনাই ভাষা সাহিত্যৰ যি গগন চুম্বী দৌল বান্ধি, অসমীয়া জাতিক জীৱন্ত জাতি স্বৰূপে ভাৰতত পৰিচিত কৰি থৈ গ'ল তাৰ তুলনা নাই।

মহাপুৰুষে এই স্থান পৰিত্যাগ কৰি যোৱা পিছৰে পৰা কুৰি শতিকাৰ আগভাগলৈকে, এই অঞ্চল অটব্য অৰণ্যেৰে পৰিপূৰ্ণ হৈ আছিল। ৭/৮ মাইল দূৰে দূৰে, একোখন সৰু সৰু গাওঁহে হাবিৰ মাজতে আছিল। আঠগাওঁখনৰ আশে পাশে থকা গাওঁ কেখনহে হাবি জংঘলৰ কিছু আঁতৰত আছিল। এই গাওঁ কেখন আধুনিক শিক্ষাত শিক্ষিত নাছিল যদিও, জাতীয় সংস্কৃতিৰ ঐতিহ্য ৰক্ষা কৰি চলিব পৰা শিক্ষা যথেষ্ট পৰিমাণে আছিল। এই লোকসকলৰ স্বাক্ষৰ জ্ঞান প্ৰায়েই নাছিল যদিও, মহাপুৰুষে সামাজিক শিক্ষাৰ যি নিদৰ্শন থৈ গ'ল সেই শিক্ষাৰ ফলত, কীৰ্ত্তন, দশম ঘোষা, মহাভাৰত, ৰামায়ণৰ কাহিনী বহুতৰেই কণ্ঠস্থ আছিল। ভাওনাৰ জৰিয়তেই মহাভাৰত ৰামায়ণৰ কাহিনী আবাল বৃদ্ধ বনিতাই সৰসৰীয়াকৈ কব পাৰিছিল। ইয়াতকৈ জনশিক্ষাৰ উৎকৃষ্ট নিদৰ্শন কি হব পাৰে?

১৯১৬ চনৰ পৰাই এই অঞ্চললৈ মৈমনসিংহ জিলাৰ পৰা স্থায়ী ভাবে বসবাস কৰিবলৈ অহা মুছলমান লোকৰ অবিৰাম গতিত অনুপ্ৰবেশ হবলৈ ধৰে। তেওঁলোকে এই উৰ্ব্বৰা ভূমি খণ্ড পাই হাবি জংঘল ভাঙি খেতি বাতি কৰিবলৈ লয়। তেতিয়াৰে পৰা এই অতি উৎকৃষ্ট খেতিয়ক লোকসকলে, অসমত আগতে নোহোৱা নানা ধৰণৰ খেতি কৰি আমাৰএই অঞ্চল সমৃদ্ধিশালী কৰি তোলাত যথেষ্ট অৰিহণা যোগায়। তেওঁলোকৰে আদৰ্শ লৈ আমাৰ এই অঞ্চলৰ



খিলঞ্জীয়া লোক খিনিও নানা ধৰণৰ খেতি কৰাত পৈণত হৈ উঠে। বৰ্ত্তমান এই অঞ্চলৰ মূল খেতি হৈছে মৰাপাট, বাও, আহু, আলু, শাক, পাচলি ইত্যাদি। এই অঞ্চলৰ পৰা চালান হোৱা শাক পাচ-লিৰে উজনী অসমৰ বিভিন্ন বজাৰত উভৈনদী হৈ বিক্ৰী হয়, ৰূপিত মাটি নোহোৱাৰ কাৰণে এই অঞ্চলত শালি ধানৰ খেতি বাহুল্য ভাৱে নহয়। মাজে মাজে ২/১ খন গাৰঁত হে হয়। এই মৈমনসিঙৰ পৰা অহা লোকখিনিৰ অসমত আজি ৪ পুৰুষ হলহি। তেওঁলোকে বৰ্ত্তমানলৈকে অসম মাতৃকে চিৰচেনেহী জনমভূমি বুলি আকোৱালি ধৰি, এই দেশৰ উন্নয়নমূলক সকলো কামতে সহযোগ কৰিবলৈ অকণো কাৰ্পণ্য কৰা নাই। স্থানীয় খিলঞ্জীয়া ৰাইজেও তেওঁলোকক ভাতৃভাৱে সাবটি ধৰি আজিলৈকে অতিশয় মিলাপ্ৰীতিৰে বসবাস কৰি আছে। বৰ গৌৰৱৰ কথা আজিলৈকে এই অঞ্চলত কোনো সাম্প্ৰদায়িক সংঘৰ্ষ হোৱা নাই। এই লোকসকল যে এদিন মৈমনসিংহৰ পৰা আহিছিল, সেই কথা আজি পাহৰি গৈছে; সেই এৰি অহা দেশৰ লগত তেওঁলোকৰ কোনো সম্পৰ্ক নাই। তেওঁলোকে অসমীয়া ভাষাকে গ্ৰহণ কৰি ক্ষান্ত থকা নাই, অসমীয়া সংস্কৃতিও গ্ৰহণ কৰি সম্পূৰ্ণ অসমীয়া হৈ গৈছে। মাঘৰ বিহুত ম'হ যুঁজত তেওঁলোকৰ ম'হৰ সংখ্যাহে সৰহ হয়। তেওঁলোকৰ গাৱেঁ গাৱেঁ আজি অসমীয়া মাধ্যমত বহুবিলাক বুনিয়াদী স্কুল গঢ়ি উঠিছে। লগতে ঠায়ে ঠায়ে ছাত্ৰবৃত্তি স্কুল, মাধ্যমিক ইংৰাজী স্কুল, উচ্চ মাধ্যমিক স্কুলো গঢ়ি উঠিছে। অসমীয়া সাহিত্যত প্ৰথম দ্বিতীয় স্থান অধিকাৰ কৰা, ছাত্ৰ-সকল প্ৰায়েই এওঁলোকৰে। শিক্ষাৰ ক্ষেত্ৰত তেওঁলোক বহু খিনি আগুৱাই গৈছে। তেওঁলোকৰ ভিতৰৰ পৰা আজি বহুকেজন উচ্চ শিক্ষিত ডেকা ওলাই অসম আইৰ মুখ উজ্জ্বল কৰিছে। কোনো বিষয়তে এওঁলোক পিচ পৰি থকা নাই। ডাক্তৰ, ইঞ্জিনিয়াৰ কৃষি স্নাতক, অধ্যাপক, শিক্ষক, উকীল, অধ্যক্ষ আদি উচ্চ বিষয় বাব গ্ৰহণ কৰিব পৰা যোগ্যতা অৰ্জ্জন কৰিছে। শুনি সুখী হব, অসমীয়া ভাষা সাহিত্যৰ ত্ৰাণকৰ্ত্তা প্ৰাতঃস্মৰণীয় পুৰুষ

স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনৰ নামত নগাৱঁত প্ৰতিষ্ঠিত হোৱা কলেজৰ অধ্যক্ষজনো এদিন মৈমনসিংহৰ পৰা অহা লোকৰে সন্তান। তেখেত খাটি অসমীয়া এজন কৃতবিদ্য শিক্ষক আৰু অধ্যক্ষও। তেওঁলোকৰ কেবাজনো উঠি অহা ডেকাই অসমীয়া ভাষা সাহিত্যলৈ যথেষ্ট বৰঙণি যোগাইছে। তাৰ ভিতৰৰে এই সমষ্টিৰ বিধান সভাৰ সদস্য ছমছুল হুদাও এজন। তেওঁ এজন কবি-সাহিত্যিকো। ইতিমধ্যে তেওঁৰ কেবাখনো উপন্যাস, আৰু কবিতা পুথিও প্ৰকাশ হৈছে।

ইয়াৰ বাহিৰেও এই অঞ্চলত বহুবিলাক বঙালী, মাড়োৱাৰী, হিন্দুস্থানী মানুহ আছে। ইয়াৰ ভিতৰত মৈমনসিংহৰ পৰা নমঃশূদ্ৰ গাওঁ বিলাকত আৰু কিছু হিন্দুস্থানী গাৱঁতো অসমীয়া মাধ্যমত শিক্ষা গ্ৰহণ কৰি, তেওঁলোক অসমীয়াৰ লগতে জাহ যোৱাৰ চেষ্টা কৰা দেখা গৈছে। স্থায়ীভাবে বসবাস কৰা কিছু বহিৰাগত লোকেও অসমীয়া ভাষা গ্ৰহণ কৰিছে। কিন্তু অসমীয়া ভাষাই ৰাজ্য ভাষা ৰূপে স্বীকৃতি পোৱাৰ পিছতো ব্ৰহ্মপুত্ৰ উপত্যকাতো কিছু বহিৰাগত লোকে, অসমীয়া ভাষাত শিক্ষা গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ কৰাটো পৰিতাপৰ কথা। যি দেশত এদিন শ্যাম দেশৰ পৰা অহা আহোম স্বৰ্গদেউসকলেও নিজ দেশৰ ভাষা পৰিত্যাগ কৰি এই দেশৰ ভাষা সংস্কৃতি গ্ৰহণ কৰি, অসমীয়া ভাষাৰ জৰিয়তে বুৰঞ্জী আদি প্ৰণয়ন কৰাই, অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গল তেনেখন দেশত আজিৰ কুৰি শতিকাতো এই দেশৰ অন্ন পানীৰে জীৱন ধাৰণ কৰি এই দেশ, আৰু এই দেশৰ ভাষাক নিজৰ মাতৃভাষাৰূপে গ্ৰহণ নকৰি, হিকতীয়া মাহ হৈ থকাটো অত্যন্ত পৰিতাপৰ কথা। যুগে যুগে অসমৰ মাটিলৈ, চামে চামে মানুহ আহি অসমী আইৰ উদাৰ কোলাত আশ্ৰয় লাভ কৰিছে। অসমৰ সৌৰভময় বতাহৰ দৰেই অসমৰ সভ্যতা, সাহিত্য, সংস্কৃতিৰ লগত নিজকে খাপ খুৱাই মিলি যাবলৈ প্ৰয়াস পাইছে। যি সকল লোক চাৰি পুৰুষ আগতে আহি হাড়ে হিমজুয়ে অসমীয়া হৈ পৰিছে, তেওঁলোকক কিন্তু এই দেশৰ



ভাষা, সংস্কৃতি গ্ৰহণ কৰিবলৈ কোনো দিন অনুৰোধ কৰিব লগীয়া হোৱা নাই। এই অসম ভূমিত যি সকল নবাগত আছিল, সেই সকলেই আজি খিলঞ্জীয়া হৈছে। অসমীয়া জাতিৰ জনক মহাপুৰুষ শঙ্কৰ দেৱৰ পঞ্চম জন পূৰ্ব্বপুৰুষ চণ্ডীবৰ কায়স্থ কমতেশ্বৰৰ নিমন্ত্ৰণত গৌড়ৰ পৰা অহা নাছিল জানো? চণ্ডীবৰৰ পূৰ্ব্বপুৰুষ আছিল কনৌজৰ। শ্ৰীদামোদৰ দেৱ, বংশী গোপাল দেৱ, বনমালী দেৱ, হৰি দেৱ, ভট্ট দেৱ আদি অসমীয়া সংস্কৃতিৰ হোতা সকলৰ কোন জনৰ পূৰ্ব্বপুৰুষসকল পশ্চিমৰ পৰা আহি পূব প্ৰান্ত কামৰূপ ভূমিত নবাগত হোৱা নাছিল? অষ্ট্ৰিক, দ্ৰাবিড়, আৰ্য্য, বড়ো, আহোম, মোগল, পাঠান, শিখ, বৌদ্ধ, হিন্দু মুছলমানৰ সংমিশ্ৰণত গঢ়ি উঠিছে অসমীয়া সাহিত্য সংস্কৃতি। মহাপুৰুষ গুৰুজনাৰ পুৰুষাৰ্থত, বৈজ্ঞানিক পদ্ধতিত গঢ়ি উঠা অতুলনীয় অসমীয়া সমাজ আৰু প্ৰত্যেক অসমবাসীক একোজন পূৰ্ণ মানৱ গঢ়াৰ প্ৰচেষ্টাত সঁজাল ধৰাই তোলা কালজয়ী সংস্কৃতিৰ বুকুত আমি সকলোৱেই মিলি যাব লাগিব, এক অখণ্ড শক্তিশালী অসমীয়া জাতি হৈ। এখন ৰাজ্যত সংবিধান স্বীকৃত ভাষা এটা থকাটো আন এখন ৰাজ্যৰ ভাষা এটা আনি জাপি দিয়াটো জাতীয় সংস্কৃতিৰ সম্পূৰ্ণ পৰিপন্থী। ভাষা সাহিত্যৰ ক্ষেত্ৰত এনে প্ৰতিক্ৰিয়াশীল ব্যৱস্থাটো উঠাই দিয়াটোকে আমি বাঞ্চা কৰো। অৱশ্যে কোনো কোনো ঠাইৰ বহিৰাগতসকলৰ স্কুলত ভবিষ্যত বংশধৰসকলৰ মঙ্গলৰ অৰ্থে চিন্তা কৰি, অসমীয়া ভাষাকো দ্বিতীয় ভাষা ৰূপে চলাবলৈ চেষ্টা কৰাটো পৰিলক্ষিত হৈছে। ই অতি সন্তোষৰ কথা। আৰু সন্তোষৰ কথা হ'লহেঁতেন যদিহে অসমত নিগাজিহৈ বসবাস কৰিবলৈ অহা সকলো বহিৰাগত লোকে এই ৰাজ্যৰ স্বীকৃত ৰাজ্য ভাষাটোকে নিজৰ বুলি পোনপটিয়াকৈ গ্ৰহণ কৰিলে হেতেন। তেতিয়া হলে এই প্ৰান্তীয় ৰাজ্যখনত এক সুসংহত জন সমাজ গঢ়ি উঠাত কোনো প্ৰতিবন্ধক নাথাকিল হেতেন।

এতিয়া এই অঞ্চলৰ ৰাইজ শিক্ষাৰ ক্ষেত্ৰত কিমান খিনি আগ

বাঢ়িছে, সেই বিষয়ে তুআষাৰ মান কৰলৈ মন কৰিছোঁ। নগাওঁ টাউনৰ পৰা ধিঙলৈ, এই ১৬ মাইলৰ ভিতৰত ১৯৩৯ চনলৈকে কোনো উচ্চ শিক্ষাৰ অনুষ্ঠান নাছিল। আঠগাওঁ মজলীয়া স্কুল খনেইহে এক মাত্ৰ শিক্ষাৰ অনুষ্ঠান আছিল। তুখীয়া ৰাইজ উচ্চ শিক্ষাৰ পৰা বঞ্চিত হৈ আছিল। আৰ্থিক স্বচ্ছলতা থকা তুই এজনেহে নগাওঁ টাউনত থাকি উচ্চ শিক্ষা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

এই অভাৱকে পূৰণ কৰিবৰ কাৰণে ১৯৩৯ চনতে স্বৰ্গীয় খৰ্গেশ্বৰ বৰা মণ্ডলৰ, আৰু স্থানীয় ৰাইজৰ আৰ্থিক সাহায্যত ইয়াত এখন উচ্চ শিক্ষাৰ অনুষ্ঠান স্থাপন হয়। স্থানীয় কেজনমান তুখীয়া ৰাইজে ১৮ বিঘা মাটি দান দিয়ে। শিক্ষকতা কৰি উক্ত স্কুলৰ গুৰি ধৰিবলৈ কোনো স্থানীয় লোক নথকাত বৰ্ত্তমান এই স্কুলৰ অধ্যক্ষ শ্ৰীযুত ৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰে কামৰূপৰ পৰা আহি নিচেই সামান্য দৰমহাত, এই স্কুল পৰিচালনাৰ ভাৰ লয়। কিন্তু স্কুলখন পূৰ্ণৰূপে গঢ়ি নুঠোতেই ৪২ বিপ্লৱত ভাগি থানবান হয়। আন্দোলনে শাম কটাৰ পিছত পুনৰ লৰা গোটাই স্কুলখন স্থাপন কৰা হয়। আজিলৈকে মজুমদাৰে অশেষ ত্যাগ স্বীকাৰ কৰি একাগ্ৰতাৰে এই স্কুলত লাগিয়েই আছে। আজি এই স্কুলখনি উচ্চ মাধ্যমিক স্কুলত পৰিণত হৈছে। এই স্কুলৰ পৰাই ওলাই যোৱা বহু লৰা আজি স্নাতক, ইঞ্জিনিয়াৰ, ডাক্তৰ, উকীল হৈছে। আনকি কেবাজনো লৰা আজি আমেৰিকা আৰু ইংলণ্ডত শিক্ষাব্ৰতী হৈ আছে। আজি নগাওঁ জিলাৰ ভিতৰতে এই স্কুলে সুখ্যাতি অৰ্জ্জন কৰিবলৈ সমৰ্থ হৈছে। ইয়াৰ বাহিৰেও ছাত্ৰ সংখ্যা অত্যন্ত বৃদ্ধি হোৱাৰ ফলত ইয়াত এখন পাব্লিক হাইস্কুল, এখন ছোৱালী হাইস্কুল, ৰাইজৰ সাহায্যত স্থাপিত হৈছে। তুৰ্ভাগ্যৰ কথা আজিও এই স্কুল তুখনে চৰকাৰৰ ঘাটি পৰিপূৰক সাহায্য পোৱা নাই। তদুপৰি এখন কলেজো স্থাপন হৈছে। উক্ত কলেজখনে দিনে দিনে উন্নতিৰ পথত আগ বাঢ়িছে। ছাত্ৰ সংখ্যাও বৃদ্ধি হৈছে। চৰকাৰেও প্ৰায় ৪০ বিঘা মাটি উক্ত কলেজক দি সাহায্য কৰিছে।



চাহুল্লা মন্ত্ৰী সভাৰ দিনতে স্থাপিত ইয়াত এখন বঙালী মাধ্যমত শিক্ষা দিয় হাইস্কুলো আছে। তেওঁলোকেও উক্ত স্কুলত অসমীয়া ভাষাক দ্বিতীয় ভাষা ৰূপে গ্ৰহণ কৰিছে। বহুতো বঙালী লৰাই অসমীয়া মাধ্যমত পৰীক্ষা দি সুফল অৰ্জ্জন কৰিছে। ইয়াৰ বাহিৰেও এই অঞ্চলত বটদ্ৰৱাত শ্ৰীশ্ৰীশঙ্কৰদেৱ হাইস্কুল, ওপৰ তুমতুমীয়া, মৈৰাবাৰী, বৰথল দলৈ গাওঁ, লাহৰীঘাট, বেচামাৰী, টুকটুকী, ভূৰাগাওঁ আদিতো হাইস্কুল স্থাপিত হৈছে।

সেৱাৰ থল, কবি, সাহিত্যিক, সাহিত্যমোদী ৰাইজ! অসমীয়া জাতিক প্ৰাণ প্ৰাচুৰ্য্যৰে মহিমামণ্ডিত কৰি তোলাৰ সঞ্জীৱনী শক্তি লুকাই আছে, অসমৰ সাহিত্যিকসকলৰ উদাৰ হৃদয়ত। যি তুৰ্ব্বাৰ আহ্বানত নগাৰ নৰোত্তম আতৈ নগা পৰ্ব্বতৰ পৰা নামি আহি আত্মোপলব্ধিৰ ৰহঘৰাত ডুব দি আতৈ হৈছিল; মুছলমান ছান্দসায়ে হজৰত মহম্মদৰ আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ অভিন্ন হৃদয় বুলি বুজি পাই গুৰুজনাৰ শ্ৰীচৰণত শৰণ লৈছিল, সেই উদাত্ত আহ্বানৰ উন্মাদনা আজিৰ অসমৰ সাহিত্যিকসকলৰ লিখনিত প্ৰকাশ পোৱাটোকে অসমৰ ৰাইজে আশা কৰে। তেওঁলোকে প্ৰাণে প্ৰাণে উপলব্ধি কৰিছে, অসমীয়া সমাজৰ বৃহৎ মহীৰুহ জোপাৰ অসংখ্য শাখা প্ৰশাখাবোৰ এই মহান সাহিত্য সভাৰ আভাতেই পূৰ্ণ প্লাবিত হৈ উঠিব।

ভাৰতবৰ্ষৰ পূব সীমান্তত থকা সমস্যাবহুল অসম দেশ। স্বাধীনতা পোৱাৰ পৰা একুৰি তিনি বছৰ পাৰ হ'ল। অসমৰ গাওঁ ভূঁই নগৰ চহৰত ভোকাতুৰ শিশুৰ কান্দোনৰ ৰোল আজিও মাৰ নগল। শাৰীৰিক শ্ৰম বিমুখ অসমীয়া ডেকাৰ সংখ্যা নিতে নিতে বাঢ়িব লাগিছে। তথাকথিত শিক্ষাত শিক্ষিত যুৱক যুৱতীৰ বেকাৰ সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে। অন্ন সমস্যা সমাধানৰ ওপৰতেই জাতিৰ সাহিত্য সংস্কৃতিৰ স্থিতি। পেটত বান্ধ দি কোনো কামেই সিদ্ধ নহয়। "অন্নহি ব্ৰহ্ম" উপনিষদৰ ঋষি পুত্ৰ গৰাকীৰ প্ৰথম উপলব্ধিৰ সেই আপ্ত বাক্যটিলৈ আওকাণ কৰিলে আমাৰ নচলিব।

অন্ন ভাষা, সাহিত্য, সংস্কৃতিৰ আনন্দ। যি জাতিক শাৰীৰিক শ্ৰমলৈ হেলাৰ সোঁচৰা ব্যাধিয়ে খুলি খুলি খাব ধৰিছে, সেই জাতি অচিৰে ভিক্ষাৰীৰ দলত পৰিণত হব বুলি কোৱাটো বঢ়া বচন বোলা নহব বুলিয়েই ভাবোঁ। গান্ধীজীয়ে জনতাৰ প্ৰাণৰ মৰ্ম্মবেদনা শুনিছিল। বাদচাহ খানে অতি খাটি কথা কৈছে। আমি গান্ধীজীৰ পৰা আঁতৰি আহিছোঁ।

এই যুগত যেতিয়া মানুহে চন্দ্ৰলোকত বিচৰণ কৰিছে, তেতিয়া আমি ভাৰতীয় জনতাই কৰিছোঁ কদৰ্য্য দৰিদ্ৰতাৰ সতে সংগ্ৰাম। গান্ধীবাদক বক্তৃতাৰ প্ৰবঞ্চনাৰে আহি হত্যা কৰিছোঁ। আমাৰ সাম্প্ৰদায়িকতা, আমাৰ অস্পৃশ্যতা, আমাৰ কায়িক আৰু মানসিক উভয় দৰিদ্ৰতাই যেন শত সহস্ৰ ফণা তুলি ভীষণ ৰূপ ধাৰণ কৰিছে। আন হাতেদি অসমী আইৰ গাৰ মঙহ আইনৰ চোকা অস্ত্ৰেৰে খণ্ড বিখণ্ড কৰিবলৈ উদ্যত হৈছে। আজি অসমী আইৰ বুকু চিৰি, নগা পাহাৰক আঁতৰাই নিলে, লগতে নেফাও গ'ল। গাঁৰোপাহাৰ, খাচীয়া-জয়ন্তীয়াও গ'ল। আজি সেইবিলাক ঠাইৰ পৰা অসমীয়া ভাষাক খেদি পঠোৱাৰ যড়যন্ত্ৰ চলিছে। অথচ সেইবিলাক ঠাইত আজিও বিভিন্ন সম্প্ৰদায়ে অসমীয়া ভাষাৰ মাধ্যমেৰে ভাবৰ আদান প্ৰদান কৰে। নগা পাহাৰৰ মুখ্য মন্ত্ৰী হোকিছে চেমাই, আমাৰ প্ৰধান সম্পাদক মালিক ডাঙৰীয়াক কথা প্ৰসঙ্গত কৈছিল, যে নগা পাহাৰত অসমীয়া ভাষা সাহিত্য প্ৰচাৰৰ কোনো প্ৰয়োজন নাই। কিয়নো ভাৰতবৰ্ষত কেৱল তেওঁৰ ৰাজ্যইহে বিধান সভাৰ কাৰ্য্যও অসমীয়াৰে চলায়। ইয়াতকৈ সন্তোষৰ কথা কি হব পাৰে? কিন্তু এটা কথা মন কৰিছেনে? অসমীয়া ভাষা এদনীয়াকৈ চলিব লাগিছিল ক'ত অথচ চলিছে ক'ত! ৰাজ্যভাষা আইন পাচ হোৱা আজি ৮ বছৰ হ'লহি। দুৰ্ভাগ্যৰ কথা, এইখন দেশত আজিও বাৰে বঙলুৱা ভাষা-ৰেহে ৰাজ কাৰ্য্য চলোৱা হয়। যি সময়ত আমাৰ বিশ্ববিদ্যালয় দুখনে অসমীয়া মাধ্যমত শিক্ষা দিয়াৰ ব্যৱস্থা হাতত লৈছে, ঠিক তেনে সময়তো, শিক্ষা বিভাগৰ কাৰ্য্যালয়সমূহতো ইংৰাজীৰে কাৰ্য্য পৰিচালনা কৰাটো অত্যন্ত পৰিতাপৰ কথা। আজি সাহিত্য পূজাৰীসকল এই বিষয়ে সচেতন হোৱাটো আমাৰ কাম্য।



শিল্পী সাহিত্যিক শ্ৰীশঙ্কৰদেৱে জনতাৰ হৃদয় তন্ত্ৰীত কঁপনি তুলিব পাৰিছিল। নাট্য, সাহিত্য, গীত, নৃত্য কবিতাৰ জোৱাৰেৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰাণ গঙ্গাৰ সোঁত বোৱাই দিছিল। আজিৰ সাহিত্যিকসকলেও বাস্তৱ জীৱনত খাপ খোৱাকৈ তেওঁলোকৰ লিখনিৰ দ্বাৰা অসমৰ ডেকাসকলৰ বুকুলৈ উন্মাদনা আনি দিব লাগিব। কৃষি, বাণিজ্য, উদ্যোগ, ভাষা, সাহিত্য, শিক্ষা, সংস্কৃতি সকলোতে তেওঁলোক উন্মাদৰ দৰেই জপিয়াই পৰক। শিখ সম্প্ৰদায়ৰ গুৰুদ্বাৰলৈ চাই পঠিয়াওক। সেই আত্ম শক্তিৰ স্ফুৰণ। লাচিত, পিয়লী, মণিৰামৰ আত্ম-প্ৰতিষ্ঠাৰ দাম্ভিকতা, অসমীয়াৰ ধমনীত জ্বলাই তুলিব পৰাটোতেই সাহিত্য সৃষ্টিৰ সাৰ্থকতা আছে।

সৌ সিদিনা আইৰিচ সাহিত্যিক চেমুৱেল বেকেটে নাট্য সাহিত্যত নবেল পুৰস্কাৰ পোৱা কথাটোলৈ মনত পৰি আমাৰ নাট্য সাহিত্যৰ পিনে এবাৰ চকু ফুৰাই চাওঁ। আধুনিক অসমীয়া সাহিত্যই নব নব ৰূপত জকমকাই উঠিছে সঁচা কিন্তু নাট্য সাহিত্যই সেই পৰিমাণে উন্নতি কৰিব পৰা নাই বুলি মনে ধৰে। কৃতবিদ্য কেইজনমান অভিনেতাই কেখনমান নাটক লেখি আৰু উচ্চ শ্ৰেণীৰ বিদেশী নাটকৰ অনুবাদ কৰি অভিনয় কৰিছে। তেওঁলোক আমাৰ প্ৰশংশাৰ যোগ্য। ভালেমান একাঙ্কিকা নাটকৰো ৰচনা আৰু অভিনয় হৈছে। কিন্তু জাতীয় জীৱনৰ সহস্ৰ দিশ প্ৰতিফলিত কৰি তোলা নাটকৰ সংখ্যা অতি কম। ৺তিলক ডেকা, ৺ভোগেশ্বৰী ফুকননী, ৺কনকলতাৰ জীৱনৰ ওপৰত কোনো নাট ৰচনা হোৱা নাই। বঙ্গ সাহিত্যলৈ চাওক, তেওঁলোকে ৰামকৃষ্ণ পৰমহংস, বিবেকানন্দ, খুদীৰাম, মুকুন্দ দাসক লৈ জাতীয় নাট্য শালা, নাট্য সাহিত্যৰ সৃষ্টি কৰিছে। নাটকৰ মাধ্যমেৰে জাতীয় জীৱন সতেজ কৰি তুলিছে।

নাট্য-মঞ্চবোৰ নাটকৰ কঠিয়াতলি। কিন্তু একালৰ বিখ্যাত তেজপুৰৰ বাণ মঞ্চ, যোৰহাটৰ নাট্য মঞ্চ, গুৱাহাটীৰ কুমাৰ ভাস্কৰ

নাট্য মন্দিৰৰ যেন আগৰ উদ্দীপনা হেৰাই গৈছে। অসমৰ গাঁৱে ভূঁয়ে থকা সৰু সুৰা নাট্যমঞ্চবোৰতো যেন জীৱনৰ স্পন্দন নোহোৱা হৈছে। শঙ্কৰী কলা কৃষ্টিৰ কেন্দ্ৰ নামঘৰ সমূহতো খোল, মৃদং, গীত, মাতৰ চৰ্চ্চাৰ অভাৱে দেখা দিছে। ফলত সাধনাৰ থলৰ অভাৱত, থলুৱা প্ৰতিভা জঁই পৰি যাবৰ উপক্ৰম হৈছে। জাতিৰ কৰ্ণধাৰসকলৰ সংস্কৃতি-বোধ সজীৱ হৈ নেথাকিলে শিল্প সংস্কৃতিৰ এনে দুৰ্দ্দশা ঘটাটো একো অস্বাভাৱিক নহয়। জাতীয় চৰকাৰে এই কেন্দ্ৰবোৰলৈ বুজন অনুদান দিয়াৰ আৱশ্যক। পেটত পানী গামোচা বান্ধি শিল্পীয়ে শিল্প চৰ্চ্চা কৰিব নোৱাৰে। কাহিলী পাৰাৰ ষ্টুডিও আৰু জাতীয় নাট্যশালাৰ খদমদমৰ সুফল সোনকালে পাবলৈ ৰাইজে আশা কৰে।

ভ্ৰাম্যমান মঞ্চৰ কেইটিমান শিল্পী দলে অসমৰ জনতাৰ কিছু পৰিমাণে অভাৱ পূৰণ কৰিব পাৰিছে! তেওঁলোক আমাৰ প্ৰশংসাৰ পাত্ৰ। তথাপি বহিৰাগত অভিনয় দলে অসমৰ ধন মুঠিয়ে মুঠিয়ে কঢ়িয়াব লাগিছে। আমাৰ নাট্য সাহিত্য আৰু অভিনয় কলাৰ গতি যে মন্থৰ তাক নুই কৰিব নোৱাৰি। ৰঙ্গমঞ্চই বহুজনক আনন্দ দিয়ে, সমাজৰো হিত সাধন কৰে। অভিনয়ত প্ৰাণ প্ৰাচুৰ্য্যৰ পয়োভৰ নেথাকিলে সমাজত নৈৰাশ্য আৰু ব্যভিচাৰৰ জোৱাৰ উঠে।

অসমৰ সামগ্ৰিক উন্নতিৰ পথত, এক বৈপ্লৱিক বাতাৱৰণৰ সৃষ্টি হব ধৰিছে। ভাৰতীয় সমাজ ব্যৱস্থা, অৰ্থনৈতিক গাঠনিয়ে আৰু শিক্ষা নীতিয়ে যেন এক নতুন ৰূপত গঢ়লৈ শিহৰণ তুলিছে। ভবিষ্যতলৈ আহি থকা বিপ্লৱৰ কাৰণে আমাৰ মানসিক প্ৰস্তুতি আৱশ্যক হৈ পৰিছে। জন মানস সাজু কৰি তোলাৰ গধুৰ দায়িত্ব আজিৰ সাহিত্যিকসকলৰ ওপৰত।

যৌন সম্পৰ্কীয় সস্তীয়া বিদেশী সাহিত্য কথা ছবিৰ প্ৰাদুৰ্ভাৱ পশ্চিমৰ পৰা অহা "হিপ্পি" আদি সমাজ গোষ্ঠীৰ উদ্ভট কল্পনাই অসমীয়া তথা ভাৰতীয় ডেকা গাভৰুৰ মন উতলা কৰি তুলি তেওঁলোকক জাতীয় চৰিত্ৰ, জাতীয় আদৰ্শৰ প্ৰতি আওকনীয়া কৰিব খোজা



যেন লাগে। এই প্ৰবল সোঁতক প্ৰতিহত কৰিবৰ হলে সুস্থ বলিষ্ঠ জাতীয় আদৰ্শৰ ছবি থকা সাহিত্য সম্ভাৰ তেওঁলোকৰ চকুৰ আগত দাঙি ধৰি তেওঁলোকক চমক লগাই তুলিব লাগিব আজিৰ সাহিত্যিকসকলে।

অসমীয়া সাহিত্যিক ন ন সাজত সজাই পৰাই বিশ্ব সাহিত্যৰ উচ্চ আসনত অধিষ্ঠিত কৰাৰ মহা যজ্ঞত অসমবাসী সকলো সম্প্ৰদায়ৰ অৱদান থাওক। বিশ্বৰ সকলো ধৰ্ম্মৰে ধৰ্ম্মশাস্ত্ৰসমূহ অসমীয়া ভাষালৈ অনুবাদ হোৱাটো আৱশ্যকীয় কথা। শিখসকলৰ গুৰু গ্ৰন্থ সাহেব খনি অসমীয়ালৈ তৰ্জ্জমা কৰা কামটো অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱাদেৱে হাতত লবলৈ যোজা কৰোঁতেই, ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এই কামটো হাতত লোৱা বুলি শুনি সুখী হৈছোঁ। কোৰান, বাইবেল, গ্ৰন্থসাহেব আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বাণীৰ সামঞ্জস্য দেখুৱাই এখনি আলোচনামূলক গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিলেও সাম্প্ৰদায়িক সম্প্ৰীতিৰ যজ্ঞত মহান অৰ্ঘ স্বৰূপ হব বুলি ভাবোঁ।

শ্ৰদ্ধাভাজন সভাপতিদেৱ! সেৱাৰ থলি ৰাইজ! আমাৰ কথাখিনি যিমান পাৰো চমুৱাই কবলৈ চেষ্টা কৰিছোঁ যদিও দীঘলীয়াহে কৰি, আপোনালোকৰ বহুখিনি মূল্যবান সময় নষ্ট কৰা যেনহে লাগিছে। কেতিয়াবা কথাৰ আঁত হেৰুৱাই যেন খেলি মেলি কৰি পেলাইছোঁ। পৰম কাৰুণিক ভগৱন্তৰ কৃপাত আৰু ধিঙৰ ৰাইজৰ দৃঢ়তা, একাগ্ৰতা, শিক্ষক-ছাত্ৰৰ অক্লান্ত পৰিশ্ৰমৰ ফলত সকলো বাধা-বিঘিনি অতিক্ৰম কৰি আজিৰ সভাত সমবেত ভাষা জননীৰ পূজাৰীসকলক একেলগ কৰি বহুৱাবলৈ সমৰ্থ হৈ নিজকে ধন্য মানিছোঁ। অসমৰ যিসকল সাহিত্যানুৰাগী, উদাৰ দাতাই দান বৰঙণি আগবঢ়াই, আমাৰ এই মহান সেৱাত সহায় সহযোগ আগ বঢ়াইছে তেওঁলোক সকলোলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

সদৌ শেষত আপোনালোকৰ যথাযোগ্য অভ্যৰ্থনা জনাব নোৱাৰি অত্যন্ত দুখিত হৈছোঁ। আমাৰ বুঢ়া-টুটা দোষ অনেক হৈছে। এই

সকলো দায়ৰে ক্ষমা বিচাৰি, ব্ৰহ্ম থুললৈ সেৱা জনাই সামৰণি মাৰিছোঁ। আৰু আপোনালোকৰ কাৰ্য্য-সূচী মতে কাৰ্য্য আৰম্ভ কৰিবলৈ প্ৰাৰ্থনা জনাইছোঁ।

নাজানোহো আৱাহন নাজানোহো বিসৰ্জ্জন
পূজা মন্ত্ৰ নাজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত॥

## জয়তু চিৰ চেনেহী ভাষা জননী।

শ্ৰীচন্দ্ৰকান্ত বৰকাকতী।

## মূল সভাৰ সভাপতিৰ অভিভাষণ

### জনতা জনাৰ্দ্দনায় নমঃ

অভ্যৰ্থনা সমিতিৰ সভাপতি মহোদয় আৰু উপস্থিত ভদ্ৰমহিলা আৰু মহোদয়সকল, সবাৰে প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ। সম্পাদক মহোদয়ৰ আহ্বান পাই আমি ইয়াত উপস্থিত হৈছোহি। কিন্তু আমি অতি অভাজন। পূৰ্ব্বত যিসকল সাহিত্যৰথী মহাৰথীয়ে এই আসন অলঙ্কৃত কৰি গৈছে সিসকলৰ তুলনাত এই অভাজনে সাহিত্য ভঁৰাললৈ বিশেষ একো বৰঙণি আগবঢ়াব পৰা নাই। ইয়াৰ উপৰি আজি কেইবছৰমান একপ্ৰকাৰ বিচ্ছিন্ন জীৱন-যাপন কৰি থকাৰ কাৰণে আমাৰ সভা-সমিতিবোৰৰ সৈতেও সম্বন্ধ ৰাখি থাকিব পৰা নাই। গতিকে ক্ৰুটী বিচ্যুতি আৰু অসম্পূৰ্ণতাৰ বাবে যেন আমাক নিজগুণে ক্ষমা কৰে।

আজি আমাৰ জাতিৰ পক্ষে এটা মহৎ দিন। অসমীয়া ভাষা সাহিত্যৰ প্ৰগতিৰ মহান উদ্দেশ্যত আজি অসমৰ সকলো ঠাইৰে লোক ইয়াত উপস্থিত হৈছেহি। আমাৰ বৰ্ত্তমান অৱস্থাৰ অনুভৱ আৰু প্ৰগতিৰ কাৰ্য্যকৰী পন্থা উদ্ভাৱন এই তিনিদিনীয়া অধিবেশনতে নিৰ্ণয় কৰা হ'ব। এই মহৎ উদ্দেশ্যত ভগৱন্ত পুৰুষ আমাৰ সহায় হওক ইয়াকে প্ৰাৰ্থনা কৰিলোঁ।

এই জাতীয় মহাযজ্ঞ অনুষ্ঠানৰ ভাৰ ধিঙৰ অধিবাসীসকলে গ্ৰহণ কৰাৰ বাবে তেখেতসকল সদৌ অসমবাসীৰ শ্ৰদ্ধা আৰু শলাগৰ পাত্ৰ হৈছে। নগাওঁৰ অন্তৰ্বৰ্ত্তী এই ধিঙ্গত আজি এই পৱিত্ৰ সমাৰোহত নগাওঁৰ পৱিত্ৰ স্মৃতি সকলোৰে মনত জাগ্ৰত হৈ উঠাটো স্বাভাৱিক। অতি পুৰণি কালৰে পৰা এই ঠাই শিক্ষা-চৰ্চ্চাৰ এক প্ৰধান কেন্দ্ৰ আছিল। জগতৰ আদি কাব্য বাল্মীকি ৰামায়ণৰ সৰ্ব্বজনবোধে প্ৰথম পদ ভাঙনি ইয়াতেই মহামাণিক্য ৰজাৰ অনুৰোধত মহাকবি মাধৱ-

কন্দলীৰ দ্বাৰা সম্পাদিত হৈছিল। বৰ গৌৰৱৰ কথা যে সমগ্ৰ উত্তৰ ভাৰতত এইখনেই ৰামায়ণৰ প্ৰথম পদ ভাঙনি। ইয়াৰ আগতে দক্ষিণ ভাৰতত 'কম্ব ৰামায়ণ' নামে এখনি ৰামায়ণ তামিল ভাষাত ৰচিত হৈছিল। বাল্মীকি ৰামায়ণৰ পিছত প্ৰাদেশিক ভাষাত লিখিত এই কম্ব ৰামায়ণ, আৰু মাধৱ কন্দলীৰ পিছত অৱধি ভাষাত ৰচিত তুলসীদাসৰ ৰামায়ণ এই দুখনেই মহাকাব্য শ্ৰেণীৰ ৰামায়ণ। আমাৰ মনেৰে মহাকবি মাধৱকন্দলীৰ এটি স্মৃতিস্তম্ভ ইয়াতে স্থাপন কৰি তেওঁৰ প্ৰতি কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনাই তেওঁৰ স্মৃতি জাগ্ৰত কৰি ৰখাৰ দিহা সাহিত্য সভাৰ জৰিয়তে হৈ উঠিলে এটি শোভনীয় কথা হব।

ইয়াতেই বৰদোৱা ধামত সৰ্ব্বশাস্ত্ৰৰ সাৰস্বৰূপ বিশিষ্ট গীতাশাস্ত্ৰ, নিগমকল্পতৰুৰ গলিত ফল শ্ৰীমদ্‌ভাগৱতৰ ভেটিত একদেউ তত্ত্ব আৰু তেওঁৰ ৰসময়ী ভক্তিৰ পথ সকলো জীৱৰ প্ৰতি উন্মুক্ত কৰি দিওঁতা কৃষ্ণাৱতাৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰকাশ হৈছিল। শ্ৰীমদ্দামোদৰদেৱৰো ইয়াতেই আৱিৰ্ভাৱ হৈছিল। প্ৰাচীন অসমীয়া গদ্য সাহিত্যৰ উদ্ভৱ এখেতৰ লোকমঙ্গলকাৰী সদ্‌সঙ্কল্পৰ পৰাই হৈছিল—সেই কথা কাৰো অবিদিত নাই। "স্ত্ৰী, শূদ্ৰ আদি সৱে বুজে যেন মত" এনে মতে ভাগৱতৰো গদ্য ভাঙনি কৰিবলৈ শ্ৰীভট্টদেৱক এখেতেই উদ্‌গাইছিল। অসমীয়া প্ৰকৃষ্ট গদ্য ভট্টদেৱৰ হাতত উদ্ভৱ হ'ল। ইয়ো এটা মহৎ গৌৰৱৰ কথা যে আন কোনো ভাৰতীয় ভাষাত তেতিয়া গদ্য ভাষাত গ্ৰন্থ ৰচনা হোৱা নাছিল। উক্তৰূপ সদসাহিত্য বা দিব্য সাহিত্যৰ যিদৰে উদয় হ'ল, সেইদৰে উচ্চস্তৰৰ নৃত্য-গীত-বাদ্য আৰু লৌকিক গীত বাদ্য-নৃত্যাদি পূৰ্ব্বৰ পৰা অসমত প্ৰচলিত থাকিলেও মহাপুৰুষ শঙ্কৰদেৱে ইয়াক সম্পূৰ্ণ দিব্য সোঁতত বোৱাই দিলে "যাত্ৰাৰ দৌল"তে অভিনয় কৰি। প্ৰকৃততে এই যাত্ৰাৰ দৌল একপক্ষে মহাপুৰুষৰ জগতমঙ্গলকাৰী পৰম ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ যাত্ৰা বা অভিযান, ধৰ্ম্মক্ষেত্ৰত সবাৰে সমন্বত্ব প্ৰবৰ্ত্তনৰ অভিযান, জগতলৈ বৈকুণ্ঠ নমাই অনাৰ অভিযান। সংস্কাৰ-শোধনৰ দ্বাৰা, নিয়ম-নীতি, শ্ৰদ্ধা-প্ৰীতি, সংযম-ভক্তি, সুকুমাৰ কলা আৰু বিশুদ্ধ কৰ্ম্মৰ ভিতৰেদি আপোনাৰ সুন্দৰ



স্বৰূপ উপলব্ধি আৰু ভগৱন্তৰ সান্নিধ্য উপলব্ধিৰ ই এটা শ্ৰেষ্ঠ অভিযানৰ ঘোষণা। যেনে সত্য সঙ্কল্প তেনে পূৰ্ণ কাম।

আজিৰ সাহিত্য সভাৰ পঞ্চাশ বছৰীয়া অধিৱেশনত আমিও সত্য সঙ্কল্প লৈ পূৰ্ণ উদ্যমেৰে কৰ্ম্মপথত আগুৱাই যাবলৈ মঙ্গলময় ভগৱন্তৰ পৰা যাতে প্ৰেৰণা আৰু শক্তিলাভ কৰিব পাৰোঁ তাৰ বাবে তেওঁৰ চৰণত প্ৰাৰ্থনা জনাওঁ।

জয় জয়তে আমি পূৰ্ব্বৰ কবি সাহিত্যিক আদিৰ প্ৰতি আৰু বৰ্ত্তমান যুগৰ ভাষা সাহিত্য আদিৰ গঢ় দিওঁতা আৰু সাধনব্ৰতী আদৰ্শ পুৰুষসকলৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰোঁ।

বিশেষ আনন্দৰ কথা যে সাহিত্য সভাই উদ্দেশ্য পথত অগ্ৰগতি লাভ কৰি আহিছে। পূৰ্ব্বৰ সভাপতিসকলৰ সপোন কাৰ্য্যত পৰিণত হৈ আহিব ধৰিছে। বৰ্ত্তমান আমাৰ লেখক-পাঠকৰ সংখ্যা যথেষ্টৰূপে বাঢ়িছে। বাতৰিকাকত, মাহিলি কাকত আদিৰে সংখ্যা বাঢ়িছে, আৰু ঠায়ে ঠায়ে চৰ্চ্চাৰ কেন্দ্ৰও প্ৰতিষ্ঠিত হৈছে। এটা এটাকৈ তিনিটা বিশ্ববিদ্যালয় স্থাপিত হৈছে, কৃষি বিশ্ববিদ্যালয়কে ধৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গবেষকসকলৰ চেষ্টাত ভাষা, সাহিত্য, পুৰাতত্ত্বৰ মূল্যবান গ্ৰন্থাদি প্ৰকাশ হৈছে আৰু আলোচনা চলিব ধৰিছে। আজি আমাৰ ভাষাত সাহিত্যতত্ত্ব, ভাষাতত্ত্ব, সাহিত্য, বুৰঞ্জী, সংগ্ৰহ, সমালোচনা গ্ৰন্থাদি, সাহিত্যিকসকলৰ জীৱনী আৰু অৱদান আদিৰ চৰ্চ্চামূলক গ্ৰন্থ প্ৰকাশ হব ধৰিছে। নতুন ভাৱ, ৰীতি আৰু আদৰ্শৰ কবিতা, গল্প, উপন্যাস আদি সকলো ক্ষেত্ৰৰে গ্ৰন্থ প্ৰকাশ হব ধৰিছে। চিনেমা ক্ষেত্ৰতো অসমীয়াৰ চেষ্টা আৰু খ্যাতি হব ধৰিছে। গতিকে এটা নৱ-জাগৰণৰ সূচনা যে হৈছে সি নিশ্চয়। এই নৱজাগৰণেই এটা নবযুগ প্ৰতিষ্ঠাৰ আগ জাননী বুলি ধৰিব লাগিব। এই জাগৰণৰ লগে লগে আমাৰ পুথিভঁৰালৰ সংখ্যাও বাঢ়িব লাগে। শিক্ষালয়সমূহৰ বাহিৰেও জনসাধাৰণৰ বাবে ৰাজহুৱা পুথিভঁৰাল আমাৰ নিতান্ত আৱশ্যক। আমাৰ গাওঁবোৰৰ যিবোৰ নামঘৰ আছে সেইবোৰৰ প্ৰাঙ্গনতে একোটা একোটা পুথিভঁৰাল

আঞ্চলিক ৰাইজৰ উদ্যোগত প্ৰতিষ্ঠিত হব পাৰে। এই পুথি-ভঁৰালবোৰৰ সহায়ত সমূহ ৰাইজৰ মাজত শিক্ষা চৰ্চ্চা বাঢ়িব আৰু দেশ-বিদেশৰ সকলো খা-খবৰ পাই থকাৰ সুবিধা হব।

আগতে, আমাৰ শিক্ষা চৰ্চ্চা আৰু গ্ৰন্থাদি প্ৰকাশৰ অগ্ৰগতিৰ কথা উনুকিয়াই অহা হৈছে। গাইগুটীয়া লক্ষ্য, ব্ৰতি, চেষ্টা আৰু প্ৰতিভাৰ মহত্ব সদায় স্বীকাৰ কৰিবই লাগিব। কিন্তু উমৈহতীয়া উদ্যোগ অনেক ক্ষেত্ৰত অতি আৱশ্যকীয়। যেনে আমাক এখন অসমীয়া বিশ্বকোষ লাগে। এই কাম এজনৰ দ্বাৰা হৈ উঠাটো সম্ভৱ নহয়। ইয়াত এখন পৰিষদৰ আৱশ্যক হব। সঁচাকৈ আজি ইমান দিনে অসমীয়া বিশ্বকোষ এখন নোহোৱাটো বৰ দুখৰ কথা। শিক্ষা চৰ্চ্চাৰ ক্ষেত্ৰত বিশ্বকোষৰ মূল্য কিমান সকলোৱে বুজে। এই মহৎ কামটো বিশ্ববিদ্যালয়ৰ পৰিচালনাত হোৱাটোৱেই অধিক বাঞ্ছনীয়। কেইবছৰমান আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়াৰ কৰ্ম্মসচিব ( চেক্ৰেটৰী ) ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ এই বিষয়ে এটা উদ্যম হৈছিল আৰু এই উপলক্ষে কেন্দ্ৰীয় চৰকাৰৰ পৰা এটা অনুদানো বিচৰা হৈছিল। কিন্তু কামটো হৈ নুঠিল। এতিয়াও এই বিষয়টো বিশেষ তৎপৰতাৰে অনুধাৱন কৰা উচিত আৰু অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ সহায়ত এই কামটো যাতে হৈ উঠে তাৰ বাবে চেষ্টা কৰা উচিত।

দ্বিতীয়তে, অসমীয়া সাহিত্যৰ সকলো যুগৰ ওপৰতে সমানে মূল্য দি লেখা আলোচনাত্মক এখনি বহল সাহিত্যবুৰঞ্জীও আমাক লাগে। ৰাপ আৰু পাৰদৰ্শিতা অনুসৰি বিশিষ্ট বিশিষ্ট লোকৰ ওপৰত বিশেষ বিশেষ যুগৰ কাম ন্যস্ত কৰি এনে এখন বুৰঞ্জী প্ৰণয়ন কৰিব পৰা যায়। এই কামটোও বিশ্ববিদ্যালয়ৰ তত্ত্বাৱধানত হোৱাটো বাঞ্ছনীয়।

তৃতীয়তে, আমাৰ এখন জাতীয় বুৰঞ্জীৰ আৱশ্যক। আমাৰ জাতিৰ আদি-গুৰি, পুষ্টি, কলা কৃষ্টি, সাধনা, শৌৰ্য্য-বীৰ্য্য, উত্থান-পতন আদি সম্বন্ধে সৰ্ব্বসাধাৰণৰ উপযোগী কৰি লেখা এখন বুৰঞ্জীৰ আৱশ্যকতাৰ কথা পূৰ্ব্বৰ একাধিক সভাপতিয়ে কৈ গৈছে। এনে



এখন বুৰঞ্জীয়ে আমাৰ আত্ম-পৰিচয় দিয়াৰ উপৰি, সকলোৰে মনত আশা-উদ্দীপনা, কৰ্ম্মপ্ৰৱণতা আৰু উচ্চ আদৰ্শ জগাই তোলা ক্ষেত্ৰত নিশ্চয় বিশেষ সহায় কৰিব। ঐতিহ্যৰ প্ৰেৰণা আৰু উজ্জ্বল ভৱিষ্যতৰ লক্ষ্য এই দুয়োটাই মানুহক কৰ্ম্মপথে আগুৱাই নিয়ে।

আমাৰ পূৰ্ব্বৰ মহত্ত্ব-শৌৰ্য্য, বীৰ্য্য পৰাক্ৰম আদিৰ কথা বিশেষকৈ মহাভাৰতৰ যুদ্ধৰ দিনৰেপৰা শৰাইঘাটৰ যুদ্ধলৈকে সকলো কথা—সাহিত্যৰথী বেজবৰুৱাদেৱকে ধৰি পূৰ্ব্বৰ কেইবাগৰাকীও সভাপতিয়ে বিশদ ভাবে আলোচনা কৰি গৈছে। গতিকে সেইবোৰ পুনৰ দোহাৰিব নুখুজিলোঁ। সেই সমূহ, অনুসৰণ কৰিলেই আমাৰ যথেষ্ট। আমাৰ গৌৰৱময় ঐতিহ্য কোনেও নুই কৰিব নোৱাৰে। অন্যান্য ক্ষেত্ৰৰ দৰে গান্ধৰ্ব্ব, ভাস্কৰ্য্য, সামৰিক আদি সকলো বিদ্যাতে আমাৰ দেশৰ বিশেষ খ্যাতি আছে। ইয়াত কেৱল নৃত্যৰ কথা এটাকে কওঁ। ৰাস বা লাস্য নৃত্য অসমৰ পৰাই ভাৰতত প্ৰচাৰ হোৱা বুলি এটা মত প্ৰচলিত আছে। শ্ৰীজয়কৃষ্ণ হৰিকৃষ্ণ এম, এ, এল, এল, বি, এড্‌ভোকেটে তেখেতৰ "গুজৰাটী সাহিত্যকা ইতিহাস" নামৰ গ্ৰন্থৰ ৩৪-৩৫ পৃষ্ঠাত যি লেখিছে তাৰ অনুবাদ এই—"লাস্য-নৃত্যৰ মৌলিক-ৰূপ এই দৰে কোৱা হয়।—পাৰ্ব্বতীয়ে বাণাসুৰৰ কন্যা উষাক লাস্য নৃত্য শিকাইছিল। উষা অনিৰুদ্ধৰ পত্নীৰূপে দ্বাৰকালৈ আহে, আৰু তেওঁ তাৰ গোপীসকলক সেই নৃত্য শিকায়। এই গোপীসকলে সৌৰাষ্ট্ৰৰ মহিলাসকলক শিকায়। আৰু তেওঁলোকৰ পৰাই ভাৰতৰ বিভিন্ন স্থানৰ নাৰীসকলৰ মাজত এই নৃত্য বিয়পি পৰে। লাস্য নৃত্যৰ কোমল ৰূপ, আৰু নাৰীসকলৰ অনুকূল পৰম্পৰামতে ই সৌৰাষ্ট্ৰৰ পৰা আৰম্ভ হয়।" "আন এটা পৰম্পৰা মতে তৃতীয় পাণ্ডৱ অৰ্জ্জুন তিনিবছৰৰ কাৰণে মণিপুৰলৈ যাওঁতে তাতে তেওঁ মণিপুৰী নৃত্য শিকে। ইন্দ্ৰৰ আমন্ত্ৰণত অৰ্জ্জুন যাওঁতে তাতে তেওঁ গন্ধৰ্ব্বৰাজ চিত্ৰৰথৰ পৰা নৃত্য আৰু আন কলা শিকে। বিৰাট দেশত অৰ্জ্জুন তিৰোতাৰ বেশত বৃহন্নলা হৈ আছিল আৰু তাতে ৰাজকুমাৰী উত্তৰাক নৃত্য আৰু সঙ্গীত শিকাইছিল। উত্তৰা প্ৰায়ে দ্বাৰকালৈ গৈছিল।

তাতে মহিলাসকলে তেওঁৰ পৰা লাস্য নৃত্য শিকে। মুঠতে সৌৰাষ্ট্ৰলৈ লাস্য নৃত্য উষা বা উত্তৰাৰ পৰা আহে।" ইত্যাদি।

যিয়ে নহওক অসমত যে স্মৰণাতীত কালৰ পৰা সঙ্গীতৰ চৰ্চ্চা আছিল ই নিশ্চিন্ত। শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰচলিত সঙ্গীত চৰ্চ্চাৰে বিশেষ পৰিচিত হৈ তাৰ সংস্কাৰ সাধন কৰি ভগৱন্ত পুৰুষৰ লীলাভিনয়ৰ ভিতৰত ইয়াক স্থান দিলে।

ইত্যাদি প্ৰকাৰে আমাৰ ঐতিহ্য সম্বন্ধে এতিয়ালৈকে পোৱা কথাবোৰ সঙ্কলন কৰি চকুৰ আগত ৰাখি এই পথত নিৰন্তৰ সন্ধান চলাই থকাটো আমাৰ কৰ্ত্তব্য। আমাৰ দেশত হাল বাওঁতেও, পুখুৰী খানোতেও সোণৰূপৰ ভাণ্ডাৰ ওলায়, তামৰ ফলি ওলায়। "কামৰূপ শাসনাৱলী" এইদৰেই প্ৰকাশ হবলৈ পালে। নজনাত কিমান বস্তু আমি পায়ো হেৰুৱাইছোঁ তাৰ নিৰ্ণয় নাই। গতিকে জনা লোকসকল সজাগ হব লাগে আৰু আনকো সজাগ কৰি দিব লাগে। এনেও দেখা যায় যে জনাজাত বস্তুও কেতিয়াবা ৰাইজৰ চকুৰ আঁৰ হয়। এটি মাত্ৰ উদাহৰণ দিওঁ—উত্তৰ গুৱাহাটীৰ মনিকৰ্ণেশ্বৰ পাহাৰৰ পশ্চিম ভাগত ব্ৰহ্মপুত্ৰৰ পাৰত আগৰ ডাক-বঙ্গলা থকা ঠাইত সকলোৰে দৰ্শনীয় হৈ এচটা শিলে

"শীতে তৰণী তাপেন গ্ৰীষ্মে লৌহিত্যবায়ুনা।
সুখদেহখিল লোকানাং মণ্ডপঃ চন্দ্ৰভাৰতেঃ॥"

এই শ্লোকেৰে কবি চন্দ্ৰভাৰতীৰ মণ্ডপৰ বাতৰি কাযেৰে যোৱা মানুহক দি আছিল। আজি কেইবছৰমান হল, সেই শিলচটা স্থানান্তৰিত হৈছে।

যোৱা বছৰ গুৱাহাটীৰ অনুসন্ধান সমিতিৰ ওচৰৰ মাটি খনাতো তেনে অনুসন্ধানৰ বস্তু ওলাইছে। সেই অঞ্চলতে এটা শিলত লিপি এখন ওলাইছিল, পাঠ উদ্ধাৰ হোৱা নাই। উক্ত শিলটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰত্নতত্ত্ব বিভাগত কিছুদিন ৰখা হৈছিল। এইদৰে আমাৰ উদ্ধাৰ কৰিবলগীয়া আৰু ৰক্ষা কৰিবলগীয়া সম্পদ অনেক আছে। পুথি-পাঁজিৰ সম্পৰ্কেও একে কথা। কেতিয়াবা সুৰক্ষিত



স্থানৰ পৰাও মূল্যবান পুথি অন্তৰ্হিত হয়। ইত্যাদি। এতিয়া দিনে দিনে শিক্ষাৰ বিস্তাৰ হৈ আহিছে যেতিয়া এনেবোৰ কথা ভৱিষ্যতে নঘটিব বুলি আমাৰ বিশ্বাস। এতিয়া লুকাই থকা কথাবোৰ যোগ্যবান, কাৰ্য্যদক্ষ আৰু হিতৈষী লোকৰ হাতত গতাই দিয়াৰ দিন পৰিছে। কৰ'বাত দেখা গৈছে, আটালত থকা পুথিৰ মাজত নিগনিৰ কট্ কট্ শব্দ শুনি গৰাকীয়ে হয়তো নদীতে পেলাই দিছে। অৱশ্যে নদীয়েও কেতিয়াবা তেনে পুথি বালিত গুজিও থৈ যায়। এই অভাজনে এবাৰ এনেকৈ ব্ৰহ্মপুত্ৰৰ বালিত আধা পোতগৈ থকা পুথি তিনিখন পাই ধুই-পখালি চোৱাত তিনিখন পুথি পাইছিলোঁ। এখন ভীষ্মপৰ্ব্ব মহাভাৰত, এখন কীৰ্ত্তন আৰু আনখন বীৰ লাচিতৰ শৰাইঘাটৰ যুদ্ধ-সজ্জাৰ বিৱৰণ। শেষৰখনৰ প্ৰতিলিপি তেতিয়াৰ আৱাহনত প্ৰকাশ হৈছিল। ইত্যাদি কাৰণত আমি সদায় অনুসন্ধিৎসু হৈ থকা উচিত।

আমাৰ প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত ইংৰাজ অনুসন্ধিৎসু সকলৰ প্ৰেৰণা আমাৰ দেশপ্ৰাণ মহানুভৱ লোকসকলৰ মহৎ চেষ্টা আদিৰ ফলত অনেক প্ৰাচীন সম্পদ সকলোৰে জনাজাত হৈছে আৰু বিশেষকৈ কামৰূপ অনুসন্ধান সমিতি, অসম চৰকাৰৰ "বুৰঞ্জী আৰু পুৰাতত্ত্ব-বিভাগ", গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰাতত্ত্ব শাখা এই কেইটি প্ৰতিষ্ঠান গঢ়ি উঠিছে। অসম সাহিত্য সভায়ো অন্যান্য কামৰ উপৰি এই ক্ষেত্ৰত বিশেষ মনোনিবেশ কৰাটো উচিত। অনুসন্ধানৰ ফলতে আমি মহামহোপাধ্যায় ৺পদ্মনাথ বিদ্যাবিনোদৰ সম্পাদিত কামৰূপ শাসনাৱলী, ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ Early History of Kamrup, শ্ৰীবেণুধৰ শৰ্ম্মাৰ সম্পাদিত Wade's Account of Assam আদি গ্ৰন্থবোৰ পাব পাৰিছোঁ। সেইদৰে ডঃ ৺সূৰ্য্যকুমাৰ ভূঞাদেৱৰ অশেষ চেষ্টাত আহোম ৰজাসকলৰ দিনৰ মূল্যবান বুৰঞ্জীসমূহ, ৺ভোলানাথ বৰুৱাদেৱৰ অনুদানত আৰু কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত অসমীয়া সাহিত্য চানেকি চিৰিজ, আৰু কথাগীতা আদি

গ্ৰন্থসমূহ পাব পাৰিছোঁ। বৰ্ত্তমান যুগৰ আদি ভাগত প্ৰত্নতত্ত্বানুসন্ধানটো এটা আন্দোলন স্বৰূপে হৈ উঠিছিল আৰু অনেকেই বিশেষ অনুৰাগেৰে এই কামত লাগিছিল। বাহুল্য ভয়ত সেই সকলৰ নাম ইয়াত উল্লিখিত নহল। মাথোন সকলোৰে প্ৰতি আমাৰ সম্ভ্ৰমৰ প্ৰণাম জনালোঁ।

বৰ্ত্তমান কালত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ A Cultural History of Assam, Early Geography of Assam, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডাইৰেক্তৰ ডঃ প্ৰতাপচন্দ্ৰ চৌধাৰীৰ A History of the Civilisation of the people of Assam to the 12th Century A. D., শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ Assamese Proverbs আদি গ্ৰন্থবোৰ যে বিশেষ মূল্যবান অৱদান তাত সন্দেহ নাই।

কলিকতাত অঃ ভাঃ উঃ সাঃ সভা স্থাপনেই বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ প্ৰথম পদক্ষেপ। অসমৰ বাহিৰত অসমীয়া ভাষাৰ বিশেষ ৰূপৰ অধ্যয়ন আৰম্ভ হয় কলিকতা বিশ্ববিদ্যালয়ৰ এম, এ মহলাত অসমীয়াক এটা প্ৰধান ভাষাৰূপে অন্তৰ্ভুক্ত কৰাৰ পৰা। ডঃ ৺বিৰিঞ্চিকুমাৰ বৰুৱাৰ ডেকা উদ্যমত, তেতিয়াৰ ৺অম্বিকানাথ বৰা আৰু ৺যতীন্দ্ৰনাথ দুৱৰা আদিৰ সহযোগৰ ফলস্বৰূপে এই কাৰ্য্য হৈ উঠিছিল। আৰু গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত অধ্যয়ন ক্ষেত্ৰৰ সলনি হয়, আৰু শিক্ষা-চৰ্চ্চাৰ বৃদ্ধি হব ধৰে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া সাহিত্যৰ চানেকি চিৰিজ-ওলোৱাৰ পৰা বঙ্গীয় পণ্ডিতসকলৰ মাজত অসমীয়া সাহিত্যৰ বিশেষ পৰিচয় ঘটে। এই খিনিতে কৈ থব পাৰি যে শ্ৰীশ্ৰীবৃন্দাবন ধামত Institute of Oriental Philosophy (তেতিয়াৰ নাম Vaisnab Theological University)ৰ পৰা ৺হৰমোহন দাস ডাঙৰীয়াই হিন্দী আৰু ইংৰাজী অনুবাদেৰে সম্পাদন কৰি তেতিয়াৰ উপৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণনৰ আগকথা, অসমৰ প্ৰাক্তন গভৰ্ণৰ জয়ৰামদাস দৌলতৰামৰ বাণী, এচ, ছি, ৰয় আই-ই-এছ, অসমৰ প্ৰাক্তন ডাইৰেক্টৰ পাতনি আৰু উক্ত প্ৰতিষ্ঠানৰ স্থাপক প্ৰেচিডেণ্ট ত্ৰিদণ্ডীস্বামী ভক্তি হৃদয় বন মহাৰাজৰ



আশীৰ্ব্বাদেৰে সৈতে শ্ৰীমন্নামঘোষা প্ৰকাশ কৰি বৃহত্তৰ সমাজত ইয়াৰ প্ৰচাৰ কৰিছে আৰু ইয়াৰ বহুল প্ৰচাৰ হৈছে।

উক্ত প্ৰতিষ্ঠানৰ শ্ৰীশঙ্কৰদেৱ চেয়াৰৰ অধীনত অসমীয়া সাহিত্য ধৰ্ম্মাদি সংক্ৰান্ত বিষয়ৰ তুলনামূলক গৱেষণা কাৰ্য্য চলি আছে। অসমীয়া মহাভাৰতৰ তুলনামূলক গবেষণা কৰি যোৱা বছৰ শ্ৰীসদানন্দ বেজবৰুৱাই উচ্চ প্ৰশংসাৰে সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি, ফিল ডিগ্ৰী লাভ কৰিছে। আৰু তিনিজনে অন্যান্য বিষয়ৰ গবেষণা লিপিৰ পৰিশোধনৰ কাম চলাই আছে। ইয়াৰ বাহিৰে আন এজনে বৰ্ত্তমান আৰম্ভ কৰিছে। এই গবেষণাবোৰৰ পৰা কেইখনমান মূল্যবান গ্ৰন্থ প্ৰস্তুত হব আৰু গবেষকসকলেও কৃতকাৰ্য্যতা লাভ কৰিব বুলি আশা কৰোঁ।

ঋষি আচাৰ্য্য ৱিনোবা ভাবেৰ দ্বাৰা অসমৰ বাহিৰত শ্ৰীমাধৱদেৱৰ অপূৰ্ব্ব ঘোষা গ্ৰন্থৰ মৰ্ম্ম আৰু আদৰ্শ বিশেষ প্ৰচাৰ হৈছে। আমাৰ মহাপুৰুষসকলৰ অন্তৰত ভাৰতৰ গৰিমাৰ প্ৰতি শ্ৰদ্ধা কি দৰে বাজি উঠিছিল তাকো তেখেতে আঙুলিয়াই দেখুৱাইছে। প্ৰকৃততে ভাৰতৰ আহ্বান সদায় সদৌ জগত বাসীৰ প্ৰতিয়ে হৈ আহিছে। ঋষিসকলেও অমৃতৰ বাণী শুনাই জগত বাসীক আহ্বান কৰিছে—শৃন্বন্তু বিশ্বে তে অমৃতস্য পুত্ৰা 'হে অমৃতৰ বিশ্ববাসী পুত্ৰ-সৱ শুনা বুলি। আমাৰ ভাৰতৰ আদৰ্শই হ'ল—"আত্মনো মোক্ষাৰ্থং জগদ্ধিতায় চ।" নিজৰ কল্যাণ আৰু জগতৰ কল্যাণ। এই আদৰ্শত মহীয়ান হব পাৰিলেই শান্তি, পুষ্টি, তুষ্টি আপুনি উদয় হয়। মহাপুৰুষসকলে এই তৃপ্তি প্ৰকাশ কৰিয়েই গাইছিল—'ধন্য কলিযুগ, ভাৰতবৰিষ, নৰতনু, হৰিনাম।' জগতৰ স্বাৰ্থ, ভাৰতৰ স্বাৰ্থ, আমাৰ নিজৰ স্বাৰ্থ একেটাই। যদিও যিশুখৃষ্টই, Ye Men of Jerusalum 'হে-জেৰুজেলামৰ লোকসকল শুনা' বুলি জেৰুজেলামৰ লোকসকলকহে সম্বোধন কৰিছিল, যদিও মহম্মদে 'হে আৰববাসীসকল শুনা' বুলি আহ্বান কৰিছিল তেওঁলোকৰ অভিপ্ৰায় আছিল জগতৰ শান্তি। আমি

জগতবাসী শান্তিকামী হলেই সৰ্ব্বত্ৰ কল্যাণ। মহাপুৰুষসকলৰ পথ অনুসৰণ কৰাতেই আমাৰ কল্যাণ।

আমাৰ চৰ্চ্চাৰ পৰিধি বিস্তাৰৰ বাবে কোনো বদান্য লোকৰ অনুদানৰ সহায় লৈ কাৰো নামত "স্মৃতি বক্তৃতা" (Memorial lectures) আদিৰ ব্যৱস্থাও কৰিব পাৰি। কেইবা বছৰৰো আগতে আমাৰ প্ৰাক্তন ডাইৰেক্টৰ উমাকান্ত গোস্বামীদেৱৰ স্বতঃপ্ৰণোদিত অনুদানৰ দ্বাৰা তেখেতৰ প্ৰথমা পত্নী ৺প্ৰতিভা দেৱীৰ নামে "প্ৰতিভা দেৱী স্মৃতিবক্তৃতাৰ" ব্যৱস্থা হৈছিল আৰু তাৰে জৰিয়তে ডঃ সুনীতি কুমাৰ চেটাৰ্জ্জিৰ বহুমূলীয়া গ্ৰন্থ—"The place of Assam in the History and Civilisation of India" (ভাৰত সভ্যতাৰ বুৰঞ্জীত অসমৰ স্থান), আৰু ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চি ভাষাৰ অধ্যক্ষ ডঃ মযিহুল ইছলাম বৰাৰ "ফাৰ্চি সাহিত্যত অসম বুৰঞ্জীৰ সমল" সম্বন্ধীয় আলোচনী আমি পাব পাৰিছোঁ।

অতীতৰ সৈতে বৰ্ত্তমানৰ সংযোগতেই ঐতিহ্যৰ পূৰ্ণবিকাশ। বৰ্ত্তমানটো উপেক্ষা কৰিলে অতীতটো যেনে অৰ্থহীন হয়, অতীতৰ সৈতে সম্পৰ্ক এৰাটোও বৰ্ত্তমানৰ পক্ষে তেনে ক্ষতিকৰ। যুগৰ পৰিবৰ্ত্তন হলেও পৰম্পৰাগত সংস্কাৰ সমাজৰ পক্ষে অতি মূল্যবান। মধ্যযুগৰ সাহিত্যত পৰম্পৰাগত সংস্কাৰ অতি প্ৰবল আছিল। সামাজিক অৰ্থ-নৈতিক পটভূমি কাব্য-গ্ৰন্থাদিৰ টীকা-টিপ্পনী, ব্যাখ্যা, অনুবাদ আদিৰ ভিতৰেদিও অতীতৰ সৈতে আমাৰ সম্পৰ্ক ঘটে আৰু বৰ্ত্তমানৰ সাহিত্য ঐতিহ্যহীন হৈ নপৰে।

সংস্কৃত ভাষা আৰু সাহিত্যই আমাৰ মূল ভেটি। গতিকে ইয়াৰ সম্পৰ্ক ৰহিত হব আমি নোৱাৰোঁ। সংস্কৃতৰ চৰ্চ্চা আমাক সদায় লাগিব। অতি প্ৰাচীন কালৰে পৰা আৰ্য্য সভ্যতা বিস্তাৰ হোৱাৰ দিনৰে পৰা অসমত সংস্কৃতৰ শিক্ষা চৰ্চ্চা চলি আছে। এই সংস্কৃত শিক্ষা চৰ্চ্চাৰ ফলতে আমাৰ মধ্যযুগৰ গৌৰৱময় সাহিত্যৰ উদ্ভৱ হৈছে। ইয়াত যিকেইখন তাম্ৰশাসন উদ্ধাৰ হৈছে সেইবিলাকৰ পৰাই, মহাভূতিবৰ্ম্মা, ভাস্কৰবৰ্ম্মা



আদি মহাৰাজসকলৰ দিনত সংস্কৃত শিক্ষাৰ প্ৰাচুৰ্য্যৰ কথা জানিব পাৰি। কালিকাপুৰাণ, যোগিনীতন্ত্ৰ এই কামৰূপতে ৰচিত হৈছিল। ত্ৰয়োদশ চতুৰ্দ্দশ শতিকাৰ নীলাম্বৰাচাৰ্য্য ; বেদাচাৰ্য্য আদি স্মৃতি গ্ৰন্থ লেখকসকলৰ উদ্ভৱ হৈছিল। দামোদৰ মিশ্ৰৰ গঙ্গাজলম্, পীতাম্বৰ সিদ্ধান্ত বাগীশৰ একাদশী কৌমুদী আদি কৌমুদী সমুচ্চয়, পুৰুষোত্তম বিদ্যাবাগীশৰ ৰত্নমালা ব্যাকৰণ, আন কি সৰু সৰু কাব্য, নাটক আৰু বিখ্যাত সংস্কৃত কাব্যৰ আৰু অলঙ্কাৰ গ্ৰন্থৰ অনেক টীকা প্ৰাচীন কামৰূপত ৰচিত হৈছিল। বৰ্ত্তমান কালৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ বৃত্তমঞ্জৰীৰ কথাও ইয়াতে উল্লেখ কৰিব পাৰি। আধুনিক যুগত সংস্কৃত চৰ্চ্চাৰ ভিতৰেদি ক্ষণজন্মা পুৰুষ ৺আনন্দৰাম বৰুৱাই প্ৰাচ্য-প্ৰতীচ্যৰ সম্পৰ্ক স্থাপনত বিশেষ সহায় কৰিছে। সেই একে আৰ্হিতে নিৰৱ আৰু নেৰানেপেৰা সংস্কৃত চৰ্চ্চাৰ অসাধাৰণ প্ৰতিভাৰ দ্বাৰা স্বনামধন্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱে জগত জোৰা খ্যাতি, আৰু সন্মান লাভ কৰি আমাৰ জাতিৰ গৌৰৱস্থল আৰু জ্বলন্ত আদৰ্শ হৈছে।

বৰ্ত্তমান অসমত অনেক ঠাইতে লব্ধপ্ৰতিষ্ঠ অনেক পণ্ডিতে দেশৰ টোলবিলাকত পূৰ্ব্বৰ পদ্ধতি মতে সংস্কৃতৰ চৰ্চ্চা অধ্যাপনা চলাই আছে। কিন্তু বৰ্ত্তমানৰ পৰিস্থিতিত ইয়াৰ সালসলনি হোৱা উচিত বুলি প্ৰায় সকলোৱে উপলব্ধি কৰিছে। এই টোলৰ পাঠ্যৰ ভিতৰত সংস্কৃতৰ বাহিৰেও অন্যান্য সাধাৰণ আৱশ্যকীয় বিষয়ৰ পাঠ্যও বাধ্যতা-মূলক ভাবে অন্তৰ্ভুক্ত কৰিব লাগে যাতে টোলত শিক্ষা পোৱা ছাত্ৰসমূহ ভৱিষ্যৎ জীৱনত হতাশ হবলগীয়া নহয়। স্বৰ্গীয় কামাখ্যা-ৰাম শৰ্ম্মাবৰুৱাই অসম সংস্কৃত সমিতিৰ পঞ্চবিংশ সমাবৰ্ত্তনোৎসৱত সভাপতিৰ ভাষণত কৈছিল যে "সংস্কৃত পাঠশালাত পঢ়ি উত্তীৰ্ণ হোৱা ছাত্ৰক বি, এ, এম্ এ, পৰীক্ষা দিবলৈ সুযোগ বিশ্ববিদ্যালয়ে দিব লাগে আৰু তেওঁলোকক যথাযোগ্য চৰকাৰী চাকৰিত ভৰ্ত্তি হোৱাৰ সুয়োগ দিব লাগে।" সংস্কৃতজ্ঞ লোকসকলৰ দ্বাৰা মূল্যবান সংস্কৃত গ্ৰন্থসমূহো অসমীয়া ভাষালৈ অনুবাদ কৰাই আমাৰ ভাষা

আৰু চহকী কৰিব পৰা যায়। এই অনুবাদ ক্ষেত্ৰত বঙ্গভাষা ভাৰতৰ সকলো ভাষাতকৈ অগ্ৰণি।

অনুবাদ সাহিত্যও আমাক লাগে। ভিন ভিন ভাষাত থকা অতি মূল্যবান গ্ৰন্থসমূহ আমাৰ অসমীয়া ভাষালৈ অনুবাদ হোৱা উচিত আৰু আমাৰ নিজৰ পৰিচয় আৰু প্ৰচাৰৰ বাবে আমাৰো তেনে কিছুমান গ্ৰন্থ ভাষান্তৰিত কৰাৰ ব্যৱস্থা হব লাগে। আৰু এইবোৰ প্ৰকাশন পৰিষদৰ পৰা প্ৰকাশ হব লাগে। আমাৰ পূৰ্ব্ববৰ্তী সভাপতি কবিবৰ আনন্দ বৰুৱাদেৱে কালিদাসৰ-পদভাঙনি কৰি অসমীয়া কাব্যসাহিত্য ভঁৰালৰ শ্ৰীবৰ্দ্ধন কৰিছে! আমাৰ অসমৰে উপজাতি, পাহাৰীজাতি আদিসকলৰ ভাষাত প্ৰচলিত থকা গীত-মাত, উপকথা, সাধুকথা, প্ৰবাদবাক্য, ধাৰ্ম্মিক আৰু সামাজিক নিয়ম আচৰণ আদি সম্বন্ধৰো সংগ্ৰহ, চৰ্চ্চা, পত্ৰিকাৰ যোগে নাইবা গ্ৰন্থ যোগে প্ৰকাশ পালে জাতীয় সংহতি ক্ষেত্ৰৰ অতি আৱশ্যকীয় কাম হব।

অসমত স্থায়ীভাবে বাসকৰা আৰু বাস কৰিবলৈ অহা অনা-অসমীয়া লোকসকলে অসমীয়া ভাষা শিকাটো নিতান্ত বাঞ্ছনীয়, যাতে আমি সকলোৱে ঐক্য সূত্ৰত বান্ধ খাই থাকিব পাৰোঁ। অৱশ্যে অনেক দিনৰ পৰা বাস কৰি থকা লোকৰ ভিতৰত অসমীয়া ভাষা জনা লোক আছেও। অসমীয়া ভাষাৰ শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত আমাৰো কৰ্ত্তব্য আছে। যাতে তেওঁলোকৰ সকলোৱে অসমীয়া ভাষা শিকিব পাৰে তাৰ বাবে ব্যৱস্থা কৰাটো আমাৰ সমাজ আৰু চৰকাৰৰ পক্ষে যুক্তি সঙ্গত। যদি তেওঁলোকক আমি আমাৰ মাজত ঠায়েই দিছো, নাইবা নানা পৰিস্থিতিৰ মাজত নানা ভাবে অনা-অসমীয়া লোক অসমত সোমাইছেহি তেওঁলোক আমাৰ সৈতে ঐক্য-সূত্ৰত বান্ধ খোৱা আৰু আমাৰ ভাষা শিকা উচিত। বনুৱা শ্ৰেণীকে ধৰি সকলো শ্ৰেণীৰ অনা-অসমীয়া লোকে অসমীয়া শিকাৰ সুবিধা যাতে পায় তাৰ ব্যৱস্থা শীঘ্ৰে কৰিব লাগে। ব্যৱস্থাটো হব পাৰে দুমুখীয়া। এটা হ'ল অসম সাহিত্য সভাৰ তৰফৰ পৰা অসমীয়া



ভাষাৰ ব্যাপক প্ৰচাৰৰ বাবে এখন শাখা সমিতি গঠন কৰি চৰকাৰৰ অনুদানৰ সহায় লৈ অসমৰ সকলো কেন্দ্ৰতে প্ৰচাৰক নিযুক্ত কৰিব লাগে যিদৰে হিন্দী ভাষা প্ৰচাৰৰ বাবে কৰা হৈছে। আনটো হ'ল অসম চৰকাৰে অনা-অসমীয়া স্কুলসমূহ আৰু অসমীয়া স্কুলত পঢ়া অনা-অসমীয়া ছাত্ৰৰ বাবে প্ৰাথমিক স্তৰৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয় স্তৰলৈ অসমীয়া ভাষা শিকাটো বাধ্যতামূলক কৰিব লাগে।

আমাৰ গাওঁ-চহৰবোৰত আগৰে পৰা পুতলা নাচ, ধুলীয়া-খুলীয়া আদি বাদ্য-বাজনা, ভাওৰ, চাৰ্কাচ, ওজাপালীৰ নৃত্য-গীত বাদ্য যোগে ধৰ্ম্মীয় আখ্যান আদি কথন, আৰু মহাপুৰুষ শঙ্কৰদেৱৰ দিনৰেপৰা সত্ৰ-সমাজ আদিত ভাওনা অনুষ্ঠান এইবোৰেই লোকসমাজত আনন্দ উপভোগ কৰাইছিল আৰু শিক্ষাদান কৰি সংস্কৃতি আদৰ্শ ৰক্ষা কৰিছিল। ওজাপালিৰ মুখত পুৰাণ, ৰামায়ণ, বেউলা-লখিন্দাৰ, হৰ-গৌৰী আদিৰ কাহিনীত মানুহ মুগ্ধ হৈছিল। ভাওনাৰ যোগে কৃষ্ণলীলা, ৰামলীলা চাই আপোন পাহৰা হৈছিল। কেৱল যে অসমীয়া লোকেই এইবোৰত অনুৰক্ত আছিল এনে নহয়, অনা-অসমীয়া লোকো এইবোৰত সমানে অনুৰক্ত হৈছিল আৰু হয়। যাত্ৰা থিয়েটাৰবোৰো আজিকালি আগতকৈ কমি আহিব ধৰিছে। আমাৰ এই শিক্ষা কেন্দ্ৰবোৰ, সাংস্কৃতিক অনুষ্ঠানবোৰ আৰু মিলন ক্ষেত্ৰবোৰ নিঃশ্ৰীক হোৱাটোও দুখৰ কথা। আমি এইদৰে নিজৰ স্থানবোৰৰ পৰা পিছুৱাই আহিব ধৰিলে আনে এই থানবোৰ অধিকাৰ কৰিবই। কিয়নো মানৱ মন সদায় আনন্দ প্ৰয়াসী আৰু শিক্ষা-পিপাসু। আনৰ সৈতে যোগসূত্ৰ দৃঢ় কৰাৰ এইবোৰেই পথ। প্ৰসঙ্গক্ৰমে কওঁ যে সম্প্ৰতি বঙ্গদেশত নতুন উদ্যমেৰে যাত্ৰাৰ প্ৰচলন কৰা হৈছে আৰু ই চিনেমা হলবপৰাও লোক আকৰ্ষণ কৰিবৃ ধৰিছে। কাকতত প্ৰকাশ হোৱা মতে চিনেমাৰ কৰ্ত্তৃপক্ষসকলে যাত্ৰাৰ প্ৰভাৱ বিশেষ উপলব্ধি কৰিব পাৰিছে।

আমাৰ নিজৰ পক্ষৰ পৰা প্ৰচাৰ হলেহে আনৰ সৈতে আমাৰ পৰিচয় হয় আৰু যোগসূত্ৰ দৃঢ় হয়। এই প্ৰসঙ্গতে জনাওঁ যে দিল্লীত

শ্ৰীশঙ্কৰদেৱৰ তিথি উৎসৱৰ নাম-কীৰ্ত্তনত অনেক অনা-অসমীয়া লোকে যোগ দিয়া, আৰু আনুষ্ঠানিক সভাত বৰগীত আদি গোৱা, অসমীয়া ভাওনাৰ ৰূপায়ণত নিস্তব্ধ হৈ উপভোগ কৰা দেখা যায়। বাহিৰত, প্ৰধান কেন্দ্ৰবোৰত সাংস্কৃতিক প্ৰদৰ্শনৰ ব্যৱস্থা কৰিব পাৰিলে এটা বিশেষ ভাল কথা হয়। সম্প্ৰতি বৃন্দাবনত শ্ৰীশঙ্কৰদেৱৰ নামত এটা কেন্দ্ৰ স্থাপিত হৈছে। এনেবোৰ ঠাইত, বিশেষকৈ এই বৃন্দাবনত আমাৰ ভাওনা লোকসমাজত বিশেষ সমাদৃত হব।

আজি মহাত্মা গান্ধীৰ ভাৰতত গান্ধী-নীতি, আদৰ্শ, গান্ধী সাহিত্য সদায় আমাৰ নিয়ন্তা হব লাগে। গান্ধী সাহিত্য ক্ষেত্ৰত বিশেষকৈ স্বৰ্গীয় হেম বৰুৱা, শ্ৰীঅমিয়কুমাৰ দাস অসম কংগ্ৰেছৰ সভাপতি শ্ৰীবিজয় ভাগৱতীৰ দান সকলোৱে উপলব্ধি কৰিছে। শ্ৰীশৰতচন্দ্ৰ গোস্বামীৰ সম্পাদিত 'গান্ধী-দৰ্শন' পত্ৰিকাখনৰ যোগেও এই ক্ষেত্ৰৰ চৰ্চ্চা চলি আছে।

আমাৰ নিজৰ বাহিৰেও আনৰ ভাৱধাৰাৰ সৈতেও আমাৰ পৰিচয় হোৱা উচিত। পছিমীয়া সাহিত্যৰ বৰ্ত্তমান ধাৰা সম্বন্ধে বিশেষকৈ আমাৰ এম্ পি. হেম বৰুৱাই চৰ্চ্চা আলোচনা কৰি আৰু গ্ৰন্থ প্ৰকাশ কৰি এটা দিগদৰ্শন কৰাইছে। আৰু তেওঁৰ ইংৰাজী গ্ৰন্থসমূহেৰে অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰ হৈছে।

সকলোৱে সকলো প্ৰকাৰ চিন্তা চৰ্চ্চাৰ দ্বাৰা আমাৰ এটা মঙ্গলময় সৌষ্ঠৱপূৰ্ণ সাহিত্য গঢ়ি উঠক এয়ে আমাৰ কামনা।

সাহিত্যৰ পৰিৱেশৰ যুগে যুগে পৰিবৰ্ত্তন হয় এই কথা ঠিক, কিন্তু বাস্তৱতাৰ নামত বিশৃঙ্খলা যাতে নহয় সেই বিষয়ত সৃজনশীল সাহিত্যিকসকলে নিজেই সতৰ্ক হোৱাটো বাঞ্ছনীয়।

আমাৰ মৌলিক সমস্যা হৈছে আৰ্থিক ক্ষেত্ৰৰ। আমাৰ আৰ্থিক অনাটন. খাদ্য-বস্তুৰ অনাটন দূৰ নহলে, আমাৰ স্বাস্থ্য বল নাথাকিলে কোনো প্ৰকাৰ উদ্গতি সম্ভৱপৰ হব নোৱাৰে। আমি ঘৰত থাকিয়ে বাহিৰৰ লোকৰ ওপৰতহে সকলো প্ৰকাৰে নিৰ্ভৰ কৰিব লগা হৈছে। কৃষি, শিল্প, বেপাৰ-বাণিজ্য সকলো ক্ষেত্ৰতে আমি নিঃশ্ৰীক, উদ্যম



ৰহিত, শিক্ষিত ডেকাসকলো সাধাৰণতে স্বাধীন ব্যৱসায়তকৈ চাকৰি মনোবৃত্তিৰহে। এই দুৰৱস্থা দূৰ নহলে আমাৰ উদ্গতি নহয়। আমাৰ খেতিয়কসকলৰ উৎপাদিত সম্ভাৰেৰে মহাজনসকলহে পৰিপুষ্ট হৈছে। ব্যৱসায়তো আমাৰ লোক কম। আমাৰ কৃষকসকলক ৰক্ষা আৰু সহায় কৰিবলৈ আমাৰ সমবায় সমিতেবোৰ টনকিয়াল কৰিব লাগিব। বেহা-বেপাৰত আমি আত্মনিয়োগ কৰিব লাগিব। বৈজ্ঞানিক প্ৰণালীৰে কৃষি আৰু ভিন ভিন শিল্পৰ প্ৰসাৰ সাধন কৰিব লাগিব। সাহিত্য সভাৰ তৰফৰ পৰা সৰল ভাষাত স্বাস্থ্য বিজ্ঞান, কৃষি বিজ্ঞান আদি গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰিব লাগে, আৰু আৱশ্যকীয় ক্ষেত্ৰত ছায়াচিত্ৰ আদিৰ যোগে সমূহ ৰাইজৰ মাজত শিক্ষা প্ৰচাৰ কৰি সকলোৰে মনত আশা উদ্দীপনা সৃষ্টি কৰিব লাগে। বিজ্ঞানৰ মৌলিক তত্ত্ব আৰু নতুন আবিষ্কাৰসমূহৰ সম্বন্ধে গ্ৰন্থ প্ৰকাশ কৰাও এটা অতি আৱশ্যকীয় আৰু অপৰিহাৰ্য্য বিষয়।

আমাৰ দেশৰো সকলো প্ৰকাৰ আশা-ভৰষাৰ স্থল আমাৰ উঠি অহা ডেকাসকল। তেওঁলোকে নিজৰ আৰু দেশৰ মঙ্গল অৰ্থে আত্মনিয়োগ কৰিবলৈ নিজকে সকলো প্ৰকাৰে প্ৰস্তুত কৰি লব লাগে। আজিকালি সৰ্ব্বত্ৰ হাই-হুলস্থুলৰ দিন পৰিছে। নানা কাৰণত মানুহৰ ধৈৰ্য্য-চ্যুতি ঘটিছে। অভাৱগ্ৰস্ত হৈ বা স্বভাৱদোষত অনেকেই হিতাহিত বিবেচনা হেৰুৱাইছে আৰু নিজ কৰ্ম্মৰ দ্বাৰা নিজৰ অনিষ্ট কৰিছে। ছাত্ৰসকলে শিক্ষাপ্ৰতিষ্ঠানৰ ক্ষতি কৰিছে, ইত্যাদি। এইবোৰ আমাৰ সকলোৰে দুৰ্ভাগ্য। কিন্তু তুলনামূলক ভাবে লক্ষ্য কৰিলে আমাৰ দেশৰ ছাত্ৰসমূহৰ আচৰণ শলাগিবলগীয়া। তেওঁলোকে নিয়মানুবৰ্ত্তিতাৰ মূল্য বুজে, অন্যান্য ঠাইৰ দৰে আমাৰ ছাত্ৰসমূহে উদ্বাউল হৈ শিক্ষালয়ৰ সম্পত্তি ধ্বংস কৰা আদি কামত প্ৰবৃত্ত হোৱা নাই। তেওঁলোক সাধাৰণতে আদৰ্শত সুপ্ৰতিষ্ঠ, তেওঁলোকক আমাৰ দেশৰ শান্তিসেনা বুলিব পৰা যায়। শিক্ষকসকল আৰু ছাত্ৰসকল দুটা বিপক্ষ দল নহয়। উভয়ৰে উভয়ৰ প্ৰতি একপ্ৰাণতাৰ আধাৰতেই শিক্ষাৰ মহৎ ফল লাভ হয়। ছাত্ৰৰ মাজতো সাহিত্যিক

আছে আৰু থাকিব পাৰে। এই ছাত্ৰসকলৰ মাজতেই আমাৰ ভবিষ্যৎ দেশনেতাসকল আছে আৰু হয়তো যুগান্তকাৰী সাহিত্যিক লুকাই আছে। আশাকৰোঁ আমাৰ ছাত্ৰসকলে শান্তিৰ শুভ্ৰ পতাকা লৈ জাতিৰ আৰু জগতৰ উন্নতি পথৰ বিজয় অভিযানৰ যাত্ৰী হৈ আগুৱাই যাব।

আমাৰ বক্তব্যৰ ওৰ পৰিল। যি মনত উদয় হ'ল তাক আপোনালোকৰ আগত নিবেদন কৰিলোঁ। আপোনালোকে ইমান সময় ধৈৰ্য্য ধৰি শুনি আমাৰ প্ৰতি কৃপা প্ৰকাশ কৰি আমাক চিৰঋণী কৰিছে। কেৱল প্ৰাৰ্থনা, আমাৰ সকলো অজ্ঞতা আৰু ত্ৰুটি-বিচ্যুতি যেন নিজগুণে ক্ষমা কৰে। অসমীয়া সাহিত্য নদনবদন হৈ উঠক, জাতিৰ জেউতি চৰক।

শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু

১৩ ফেব্ৰুৱাৰী, ১৯৭০



আলোচনা চক্ৰৰ সভাপতি
শ্ৰীবিপিন কুমাৰ বৰগোহাঁই



বুৰঞ্জী শাখাৰ সভাপতি
শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ



কবি সন্মিলনৰ সভাপতি
শ্ৰীনৱকান্ত বৰুৱা



প্ৰদৰ্শনী উদ্বোধক
ডঃ সত্যৰঞ্জন বৰুৱা

# অসমৰ সাংস্কৃতিক সমন্বয়

পুৰাণত বৰ্ণোৱা

আমনি মনিপৰ্য্যন্তম, আচিত্ৰ গন্ধমাদনম্
দেবাঃযত্ৰ মৰণমিচ্ছন্তি, কিং তত্ৰ মানবাদয়ঃ ?

সেই পবিত্ৰ অসম ভূমিৰ অধিবাসী সকল, আপোনালোকক মোৰ শতকোটি সেৱা জনাইছোঁ।

ভিন্ ভিন্ সংস্কৃতিৰ সমাৰোহত আমাৰ এই অসম ভাৰতৰ ভিতৰতে সঁচাকৈয়ে সমহীন। ভাৰতত আন এখন ৰাজ্য নাই য'ত অসমত হোৱাৰ দৰে অষ্ট্ৰিক্, দ্ৰাবীড়, তিব্বত-ব্ৰহ্ম, মঙ্গোলীয়া আৰু আৰ্য্যজাতিৰ সংস্কৃতিৰ অপূৰ্ব্ব সমন্বয় সংঘটিত হৈছে। সমগ্ৰ ভাৰতৰে সভ্যতা আৰু সংস্কৃতিৰ বনকৰা বৰ কাপোৰখন যি ৰূপে কেইবাটাও স্বতন্তৰীয়া মানৱ গোষ্ঠীৰ সংমিশ্ৰণে বৈ দিছে, সেইদৰে অসমৰ সভ্যতা আৰু সংস্কৃতিৰ খনিয়া চাদৰখনিও নানান জাতি উপজাতিৰ স্বতন্তৰীয়া সভ্যতা আৰু সংস্কৃতিৰ ফুলজাৰিৰে ভৰপূৰ হৈ আছে। "স্বকীয় সত্তা সম্পন্ন বিভিন্ন সংস্কৃতিৰ উপাদান লগ খাই যি যৌগিক সংস্কৃতিৰ জন্ম হৈছে, সিয়েই ভাৰতীয় সংস্কৃতি। অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰতে এই কথাই প্ৰযোজ্য। বিভিন্ন যুগত বিভিন্ন জাতিৰ মানুহে নিজৰ নিজৰ সংস্কৃতি লৈ অসমলৈ আহিছিল আৰু নিজৰ নিজৰ সাংস্কৃতিক বৰঙণি দি লুইত পৰীয়া সংস্কৃতিৰ নতুন বাৰে বৰণীয়া ৰূপ দিয়াত সহায়তা কৰিছিল। এইদৰেই অসমীয়া সংস্কৃতি বিভিন্ন জাতিৰ উপাদানত সমৃদ্ধ হৈ উঠিছিল। ক্ৰম-বিৱৰ্ত্তনশীল সমাজৰ জীৱনৰ গতি হিচাবে সংস্কৃতিৰ গতিও দিনক দিনে কোৱাল হৈ গৈছে আৰু অসমীয়া সংস্কৃতি সু-সমৃদ্ধ হৈ উঠিছে"।১

---

১। "অসমীয়া সংস্কৃতি" পুথি—অসম সাহিত্য সভাৰ দ্বাৰা সঙ্কলন।

## সংস্কৃতি কি বস্তু

সংস্কৃতি আচলতে কি বস্তু, সেই কথা আনে বুজুৱাতকৈ উপলব্ধি কৰাহে তুলনামূলকভাবে বেচি সহজ-সাধ্য। মানুহে কেৱল শাৰীৰিক ভাৱে জীয়াই থাকিবৰ উদ্দেশ্যে মানুহৰ আদিম বনৰীয়া অৱস্থাৰ পাছত মাছমঙ্গহ খৰি কাঠ কাটিবলৈ কুঠাৰ গঢ়িল, নিৰাপদে থাকিবলৈ ঘৰ-দুৱাৰ সাজিলে আৰু জাৰ জহকালিৰ বতৰত জাৰ বা গৰমৰ পৰা হাত সাৰিবৰ কাৰণে ডাঠ বা পাতল গাৰ বস্ত্ৰ পিন্ধিলে। পশুৰ মাজত অকল চৰাই জাতিটোৱেহে থাকিবলৈ গছপাত খেৰকুটা গোটাই বাঁহ সাজি লৈছিল। মানুহে ঘৰ-দুৱাৰ সাজি লোৱাৰ অভ্যাসটো জন্ম হোৱাৰ কোটি কোটি বছৰৰ আগৰে পৰাই চৰাই জাতিটোৱে বাঁহ সজা অভ্যাসটো আৰম্ভ কৰিছিল। কিন্তু সেই বাবেই যেনেকৈ চৰাইজাতিৰ সংস্কৃতি আছে বুলি কোৱা নাযায়, মানুহ জাতিটোৱে যেতিয়া প্ৰথম দা বা কুঠাৰখন গঢ়িছিল, বা থকা ঘৰটো সাজি লৈছিল বা শীত-তাপ নিবাৰণৰ বাবে প্ৰথমখন গছৰ বাকলি বা পহুৰ ছাল গাত লৈছিল সেই কথাইও নুসূচায় যে মানুহৰ মাজত তেতিয়াই সংস্কৃতিৰ জন্ম হ'ল। মানুহৰ মাজত সংস্কৃতিৰ জন্ম হ'ল সেই মুহূৰ্ত্তত যি মুহূৰ্ত্তত প্ৰথম মানুহজনে সেই দা বা কুঠাৰখনৰ নালডাল দেখাত ধুনীয়া কৰি ল'লে; ঘৰ-দুৱাৰত দা কটাৰীৰেই ফুল-জালি আঁকিলে বা গাত পিন্ধা গছৰ বাকলি বা গৰু-ছাগলীৰ ছালখনতো এপাহ ফুল গুজি ল'লে। যান-বাহন, ঘৰ-দুৱাৰ, খোৱা-বোৱা, সাজ-পাৰ, আলি পদূলি আদি বস্তুবোৰ আৰু এনেকুৱা আন স্থূল বস্তুবোৰ সংস্কৃতি নহয়। এইবোৰ সভ্যতাৰহে সামগ্ৰী। কিন্তু ঘৰ-দুৱাৰ সজাৰ, খোৱা বোৱাৰ আৰু সাজপাৰ পিন্ধাৰ যি কলা কৌশল সি হ'ল সংস্কৃতি। ২ মানুহৰ অন্তৰত সদায় দেখি থকাতকৈও নেদেখা কিবা এটাৰ বাবে যি হেপাহ, "সুন্দৰৰ আৰাধনা জীৱনৰ ব্ৰত," সেয়ে সংস্কৃতি।

২। সংস্কৃতিৰ স্বৰূপ—বিশ্ব নাৰায়ণ শাস্ত্ৰী।



যিবিলাকত প্ৰকৃতিৰ প্ৰেৰণা থাকিলেও কেৱল প্ৰাকৃতিক নিয়মত হোৱা নাই কিন্তু মানুহে নিজৰ শৰীৰ আৰু মনৰ বিকাশৰ বাবে, সমাজৰ কল্যাণৰ অৰ্থে সৃষ্টি কৰিছে আৰু মানি লৈছে আৰু লগে লগে তাৰ বিকাশ সাধন কৰিছে তাকে সংস্কৃতি বুলি ক'ব পৰা যায়। ৩ মানুহে বনৰীয়া ফল-মূল আহৰণ কৰি জীৱন ধাৰণ কৰাৰ উপৰিও যেতিয়া মাটি চহাই তাত শইচৰ গুটি সিচি খেতি বাতি কৰিবলৈ ল'লে তেতিয়াই জন্ম হ'ল এটা সংস্কৃতি। আহাৰৰ উপৰিও যেতিয়া মানুহে বাৰি পাতি চাই চকু জুৰাবলৈকে ফুলৰ বাবেই ফুল গছ ৰুলে তেতিয়াও জন্ম হ'ল এটা সংস্কৃতিৰ। কল্পনাৰ সহায়েৰে জোন, বেলি, বতাহ, বৰষুণক যেতিয়া একোটি শৰীৰী ৰূপ দি পূজা-পাতল কৰিবলৈ ল'লে, সাধু ৰচিবলৈ ল'লে, তেতিয়াও জন্ম হ'ল আৰু এটা সংস্কৃতিৰ। চিকাৰৰ পাছত, খেতি-বাতি চপোৱাৰ পাছত, আনন্দত আদিম মানুহ জাতিয়ে সঙ্ঘবদ্ধ হৈ নাচ-গান কৰিবলৈ ললে তেতিয়া জন্ম হ'ল আৰু এবিধ সংস্কৃতিৰ। বিয়া বাৰু, অন্ত্যেষ্টি ক্ৰিয়া আদি অনুষ্ঠানৰ যেতিয়া প্ৰথম জন্ম হল, জন্ম হল আৰু এবিধ সংস্কৃতিৰ। এই দৰেই ভিন ভিন যুগত ভিন ভিন জাতি আৰু উপজাতিৰ মাজত ভিন্ ভিন্ সংস্কৃতিয়ে জন্ম ললে আৰু আজিও জন্ম লব লাগিছে।

## সভ্যতা আৰু সংস্কৃতিৰ গতিশীলতা

"কি মানবজাতি, কি তলৰ খাপৰ পশু এটা শ্ৰেণী বা সম্প্ৰদায় আন এটা শ্ৰেণী বা সম্প্ৰদায়ৰ সংস্পৰ্শৰ পৰা সম্পূৰ্ণভাবে আঁতৰাই ৰখাৰ পৰা তেনে বিচ্ছিন্নতাই কেতিয়াও অগ্ৰগতি আৰু উৎকৰ্ষতাত সহায় কৰা দেখিবলৈ পোৱা নাই। পৰন্তু সকলো সময়তে জড়তা আৰু মৃত্যুহে আনি দিছে। আনহাতে মানৱ সমাজৰ বুৰঞ্জীৰ পৰা দেখিবলৈ পোৱা গৈছে যে উৎকৰ্ষতাৰ ঘাই কাৰণ পাৰস্পৰিক সংস্পৰ্শ আৰু ভাবৰ আদান প্ৰদান, আৰু পৃথিবীৰ সকলো ঠাইতে সভ্যতাও গঢ়ি

৩। সংস্কৃতিৰ স্বৰূপ—বিশ্ব নাৰায়ণ শাস্ত্ৰী।

উঠিছে এই ভেটিৰ ওপৰতে। খোৱা বোৱাৰ মাছ-মঙ্গহ, শাক-পাচলি, ধান-চাউল আদি যাৱতীয় আহাৰ্য্য বস্তু, ধাতুৰ ব্যৱহাৰ, পোহনীয়া জন্তু, খেতি কৰাৰ প্ৰণালী, বৰ্ণমালাৰ প্ৰসাৰ আদি সাংস্কৃতিক বিষয়ত ভিন ভিন জাতিৰ মাজত পাৰম্পৰিক আদান প্ৰদানৰ অলেখ দৃষ্টান্ত আছে।" ৪

কিন্তু সেইবুলি তেনে পাৰম্পৰিক আদান প্ৰদান যে সকলো ক্ষেত্ৰতেই সংশ্লিষ্ট জাতি বা সম্প্ৰদায়ৰ বাবে মঙ্গলদায়ক, সেইটো নহয়। তদৃশ ভাবৰ সমৰ্থনকাৰী দৃষ্টান্ত স্বৰূপে ভালেমান নৃতত্ত্ব-বিশাৰদ পণ্ডিতে পৃথিবীৰ চাৰিও দিশে সিঁচৰিত হৈ থকা জন জাতীয় লোক সকলৰ নিজৰ নিজৰ স্বকীয়া, মৌলিক, সাংস্কৃতিক সুকুমাৰ কলা আৰু ধৰ্ম্ম সম্বন্ধীয় বিশ্বাস, সামাজিক আচাৰ-ব্যৱহাৰ কিদৰে বাহিৰৰ পৰা আহি তেওঁলোকৰ সমাজত সোমোৱা খৃষ্টান মিচনেৰীসকলৰ সংস্পৰ্শজনিত প্ৰভাবত লোপ পাইছে তালৈ আঙুলিয়াই দেখুৱায়। সেয়ে দেখিবলৈ পোৱা গৈছে যে য'তে য'তে বাহিৰৰ পৰা ধাৰ কৰি অনা ৰীতি নীতি, সুকুমাৰ কলা, স্থাপত্য বিদ্যা, শাৰীৰিক সৌন্দৰ্য্য বিলাস পদ্ধতি আদি সাংস্কৃতিক বিষয় বস্তু সহজভাবে আৰু সাংস্কৃতিক পৰিবেশ আৰু জন গণৰ মনস্তাত্বিক গঢ়-গতিৰ লগত খাপ খাই প্ৰবেশ কৰিছেহি ত'তে ত'তে বহিৰাগত সংস্কৃতিৰ ঋণ কেৱল কল্যাণপ্ৰসূতেই নহয় পৰন্তু ঠলুৱা সংস্কৃতিকো প্ৰভূত ভাবে চহকী কৰি তুলিছে। ৫

## অসমীয়া সংস্কৃতি।

ভাৰতীয় বা হিন্দু সভ্যতা নিজেই এটা বিৰাট সমন্বয় আৰু সৰ্ব্ব-গ্ৰাহিতা বা সৰ্ব্বন্ধৰত্বৰ ওপৰত স্থাপিত; এই সমন্বয় আৰু সৰ্ব্বগ্ৰাহিতা মানৰ সংক্ৰান্ত কোনো বিষয়কে তাৰ নিজৰ সত্তাত ঈশ্বৰৰ ওচৰত অগ্ৰাহ্য অথবা আন মানৱৰ ওচৰত অগ্ৰাহ্য অথবা জুগুপ্সাৰ যোগ্য বুলি নাভাবে। হিন্দু বা ভাৰতীয় সংস্কৃতিৰ প্ৰসাৰৰ মুল মন্ত্ৰ আছিল

৪। ভাৰতৰ সুবিখ্যাত নৃতত্ত্ববিদ (স্বৰ্গীয়) ডক্তৰ বি, এচ, গুহ।
৫। ডঃ বি, এচ, গুহ।



সকলোধৰণৰ চিন্তা আৰু চৰ্য্যাৰ সমন্বয়। ৬ অসমীয়া সংস্কৃতিক সেই বিৰাট ভাৰতীয় সংস্কৃতিৰে এখনি প্ৰতিৰূপক ক্ষুদ্ৰ চিত্ৰ বুলি কব পাৰি। আজি কিছু দিনৰ আগলৈকে এনে এটা বিশ্বাস আছিল যেন আৰ্য্য বুলি নামাংকৃত জাতি এটা ভাৰতভূমিত পদাৰ্পণ কৰাৰ আগতে ভাৰতত সভ্যতা বুলি বস্তু এটা নাছিল। প্ৰাক্ আৰ্য্যযুগৰ ভাৰতত বাস কৰি থকা তথা বৰ্ণিত অনাৰ্য্য আদিম জাতি বা জাতিবোৰৰ মানুহবোৰ অসভ্য আৰু কৃষ্ণকায় আছিল। আৰ্য্যসকলেহে এই অসভ্য অনাৰ্য্য-বোৰক ধৰ্ম্ম শিক্ষা আৰু সংস্কৃতিৰ পোহৰেৰে সুসভ্য আৰু সংস্কৃত কৰি তুলিছিল। কিন্তু মহেঞ্জোদাৰো আৰু হৰাপ্পাত আবিষ্কাৰ হোৱা পুৰণা ধ্বংসাৱশেষবোৰে সেই বিশ্বাসৰ আমূল পৰিবৰ্ত্তনৰ এজাক বলিয়া বতাহ বোৱাবলৈ ধৰিছে। আৰ্য্যসকল ভাৰতলৈ অহাৰ তিনি চাৰি হাজাৰ বছৰৰো আগতেই ভাৰতত এটা অতি ওখ পৰ্য্যায়ৰ সভ্যতা বিৰাজ কৰিছিল। আজি চাৰি পাঁচ দিন আগতেও চণ্ডীগড়ত মাটিৰ তলত যি কেইটা মানুহৰ জকা পোৱা গৈছে, তাৰে ভিতৰৰ একেটা মাথোন সম্পূৰ্ণ জকাটো আৰু তাৰ লগত পোৱা মণি আৰু ধুনীয়া মৃণ্ময় পাত্ৰবোৰে প্ৰমাণ কৰি দেখুৱাইছে যে ভাৰতভূমিৰ সভ্যতা আৰু সংস্কৃতি আৰ্য্য সকলৰ ভাৰত আগমনৰ কেইবাশ বছৰৰো আগৰ পুৰণি।

বঙ্গদেশৰ সংস্কৃতিয়ে মুখ্যতঃ গ্ৰাম্য জীৱনকে অৱলম্বন কৰি পুষ্টিলাভ কৰিছিল। প্ৰাচীন ভাৰতত গাওঁ আৰু চহৰ দুয়োকে আশ্ৰয় কৰি সভ্যতাৰ প্ৰকাশ ঘটিছিল। গাৱঁৰ ডাঙৰ দান আছিল দাৰ্শনিক চিন্তা আৰু আধ্যাত্মিক অনুভূতি। চহৰৰ দান আছিল বাস্তৱ সভ্যতা। কিন্তু বঙ্গদেশত কেতিয়াও নগৰৰ প্ৰাধান্য নাছিল। ভাৰতৰ অন্যান্য প্ৰদেশত শিল্প সম্ভাৰপূৰ্ণ বিৰাট মন্দিৰ আৰু আন গৃহেৰে শোভিত, ডাঙৰ ডাঙৰ নগৰ পুৰণি দিনৰ পৰাই গঢ়ি উঠিছিল। দেখিবলৈ পোৱা যায়; যেনে, প্ৰাগৈতিহাসিক মহেঞ্জোদাৰো, হৰাপ্পা। উত্তৰ আৰু দক্ষিণ ভাৰতত নগৰাদিৰ ধ্বংসাৱশেষ যিদৰে পোৱা গৈছে,

৬। ভাৰতীয় সংস্কৃতি ও বৃহত্তৰ ভাৰত—ডক্তৰ সুনীতি কুমাৰ চট্টোপাধ্যায়।

বঙ্গ দেশত সেইদৰে সিমান পোৱা হোৱা নাই। বঙ্গ দেশৰ নাগৰিক জীৱন মুখ্যতঃ গাৱঁলীয়া জীৱনৰে এটা বিস্তৃত সংস্কৰণ আছিল বুলি ভাষাতত্ত্ববিদ্ ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়দেৱে কৰা অভিমত।৭ আমাৰ অসম দেশৰ পুৰণি সংস্কৃতিৰ আলেখ্যত আজি ন চকুৰে পুনৰ্বিচাৰ কৰিবৰ প্ৰয়োজনে দেখা দিছে। পণ্ডিত চট্টোপাধ্যায়দেৱে বঙ্গ দেশৰ পুৰণি সংস্কৃতি গ্ৰাম্য জীৱনক কেন্দ্ৰ-কৰি গঢ়ি উঠা সংস্কৃতি-হে বুলি তেওঁৰ অভিমত প্ৰকাশ কৰাৰ দৰে, অসমীয়া পুৰণি সংস্কৃতিও কেৱল গ্ৰাম্য-জীৱন কেন্দ্ৰী সংস্কৃতি বুলি ভাৱি অহা হৈছে। ভাৰতৰ আন আন সকলো অঞ্চলতে পূৰ্ণ প্ৰস্ফুটিত নাগৰিক সভ্যতা সংস্কাৰৰ প্ৰমাণ পোৱাৰ পৰিপেক্ষিতত এমুৰীয়া বঙ্গদেশ আৰু অসমদেশতহে মাথোন নিভাজ গাৱঁলীয়া জীৱনকেন্দ্ৰী সংস্কৃতি বিদ্যমান থকাৰ পৰা সহজতে এই সিদ্ধান্তলৈ আহিব পাৰি যে এই দুয়োখন দেশ সকলো সময়তে ভাৰতৰ জীৱনৰ বৰ সুঁতিটোৰ একাষে, অলপ যেন বিছিন্ন ভাবেই বৈ আছিল।৮ কিন্তু আজি মাথোন কেইমাহমানৰ আগতে গুৱাহাটী চহৰৰ আমবাৰীত মাটিৰ তলৰ পৰা উদ্ধাৰ হোৱা পুৰণি মৃন্ময় পাত্ৰ, কেই পদ মান অলঙ্কাৰ আৰু বিশেষ আবিষ্কাৰ সু-শোভিত তিৰোতা এজনীৰ ধাতুৰে গঢ়া প্ৰতি মূৰ্ত্তিটিয়ে অসমীয়া সংস্কৃতিৰ বুৰঞ্জীত এটা যুগান্তৰকাৰী অধ্যায়ৰ সূচনা কৰিলে। ভাৰতৰ পুৰাতত্ত্ব বিজ্ঞান-বিশাৰদ বিদ্বানসকলৰ ভিতৰত এজন নেতৃস্থানীয় পণ্ডিত ডক্তৰ এইচ্ দি চঙ্কালিয়াদেৱৰ মতে আমবাৰীত আবিষ্কাৰ হোৱা ঘূৰণীয়া ঠাল আৰু আৰ্চিবোৰে ফট্‌ফটীয়াকৈ প্ৰমাণ কৰে যে এইবোৰ সামগ্ৰী পুৰণি ৰোম সাম্ৰাজ্যৰ পৰা আমদানি কৰি অনা হৈছিল আৰু তাৰ লগে লগে এইটো কথাৰো এটা আভাস পোৱা যায় যে খৃষ্টীয় যুগৰ উদয়ৰ দোক্‌মোকালিভাগত পূবে চীন সাম্ৰাজ্য আৰু পশ্চিমে মিচৰ (ইজিপ্ত) আৰু ৰোম সাম্ৰাজ্যৰ মাজত যি যোগা-যোগ বৰ্ত্তমান আছিল, সেই যোগাযোগৰ বাট চীন তিব্বত দেশত

৭। জাতি, সংস্কৃতি ও সাহিত্য: ডঃ সুঃ কুঃ চঃ
৮। জাতি, সংস্কৃতি ও সাহিত্য: ডঃ সুঃ কুঃ চঃ



চাংপো নামে জনাজাত ভাৰতৰ ব্ৰহ্মপুত্ৰ নৈৰ কাণত অৱস্থিত প্ৰাগজ্যোতিষপুৰ এটা অতি গুৰুত্বপূৰ্ণ ঘাটি আছিল। আমবাৰীত আবিষ্কাৰ হোৱা পকী দেৱাল আৰু শিৱ-মন্দিৰৰ ধ্বংসাৱশেষ আৰু শিৱলিঙ্গৰ পৰা এইটো কথাও জ্বল জ্বল পট্‌পটকৈ প্ৰমাণিত হ'ল যে অসমৰ প্ৰাগ ঐতিহাসিক যুগৰ পুৰণি সংস্কৃতি বঙ্গদেশৰ সংস্কৃতিৰ দৰে কেৱল গ্ৰাম্য-জীৱন কেন্দ্ৰী নাছিল; বা অসম অঞ্চলটো ভাৰতৰ আন অঞ্চলৰ তথা ভাৰতৰ সংস্কৃতিৰ ঘাই সুঁতিটোৰ পৰা বিছিন্ন হৈ একাণে নিশ্চলহৈ পৰি নাছিল। আমবাৰীয়ে আজি জগতক প্ৰমাণ কৰি দেখুৱালে অসমীয়া সভ্যতা আৰু অসমীয়া সংস্কৃতি ভাৰতৰ আন আন অঞ্চল কিয় ভাৰতৰ বাহিৰৰ সুদূৰ মিচৰীয়, ৰোমান আৰু চীন সভ্যতা-সংস্কৃতিৰ সৈতেও ঘনিষ্ঠ সূত্ৰেৰে বান্ধ খাই আছিল। ভিতৰত কিছু বয়বস্তুৰে সৈতে ঠাহ খাই থকা মাটিৰে সজা এখন ডাঙ্গৰ নাও যে অলপতে গুৱাহাটীৰ জালুকবাৰীত মাটিৰ তলত পোত খাই থকা অৱস্থাত পোৱা হৈছিল, মিচৰৰ লগত অসমৰ সম্বন্ধ তাৰ পৰাও প্ৰত্নতত্ত্ববিদ পণ্ডিতসকলে ঠাৱৰ কৰিছে। মিচৰৰ পিৰামিদবোৰতো তেনে ধৰণে সম্ভাৰপূৰ্ণ কৈ সজাই থোৱা নাও পোৱা গৈছে।৯

ডঃ চঙ্কলীয়াদেৱে আৰু এই বুলি কৈছে যে তেওঁ অলপতে পাটনাত সংৰক্ষিত মৌৰ্য্য যুগৰ টেৰাকোট্টা চিত্ৰ অধ্যয়ন কৰি তাত স্পষ্ট ভাবে অসমৰ জন জাতীয় লোকসকলৰ নৃত্য দেখা পাইছে আৰু তাৰ পৰা নিশ্চয়কৈ বুজিব পাৰিছে যে মৌৰ্য্যসকলে কেৱল অসমৰ জন-জাতিসকলকহে জানিছিল তেনে নহয়, পৰন্তু এই জন-জাতি-সকলৰ গীত-নৃত্যও মৌৰ্য্য ৰাজ দৰবাৰত প্ৰদৰ্শন কৰাইছিল। ভাষা আৰু সংস্কৃতিৰ মাজত ওতপ্ৰোত সম্বন্ধ। এই কথা সৰ্ব্বজন গৃহীত। ভাৰতত প্ৰচলিত ঠলুৱা ভাষাৰ বুৰঞ্জী আলোচনা প্ৰসঙ্গত ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায় দেৱে এঠাইত এইবুলি কৈছে: ১০

৯। দৈনিক অসম ১ ফেব্ৰুৱাৰী ১৯৭০
১০। দ্ৰাবিড়—ডঃ সুঃ কুঃ চঃ

ভাৰতত আজিকালি চাৰিটা বিভিন্ন শ্ৰেণীৰ ভাষাৰ প্ৰচলন দেখা যায় ; প্ৰাগ্‌ঐতিহাসিক যুগৰ পৰাই এই চাৰিটা ভাষাবৰ্গ এই দেশত বিদ্যমান।

(১) Austric অচট্ৰিক্ গোষ্ঠী।

(২) দ্ৰাবিড় গোষ্ঠী

(৩) ভোট-চীন গোষ্ঠী আৰু

(৪) আৰ্য্য গোষ্ঠী।

(১) অচট্ৰিক্ গোষ্ঠীৰ তলত আছে—বৰ্ম্মাৰ জোন বা তালৈং আৰু পালৌং ; ওৱা প্ৰভৃতি দুই চাৰিটা ভাষা ; অসমৰ খাচিয়া ; আৰু ভাৰতৰ কোল ( বা মুণ্ডা ) শ্ৰেণীৰ ভাষাৱলী, …… অচ্‌ট্ৰিক্ ভাষী জাতিবোৰে এই শ্ৰেণীৰ ভাষা লৈ এটা ( শ্ৰেণী পণ্ডিতৰ ) মতে উত্তৰ ইন্দো-চীনৰ পৰা আসামৰ বাটেৰে, আন এটা মতে ভাৰতবৰ পশ্চিমৰ পৰা প্ৰাগৈতিহাসিক যুগত ভাৰতত প্ৰবেশ কৰে।

(৩) ভোট-চীন গোষ্ঠীৰ ভাষা হিমালয়ৰ সান্নুদেশত,—কাশ্মীৰ, নেপাল, অসম, আৰু ভাৰত-ব্ৰহ্ম সীমান্তত আৰু ব্ৰহ্মদেশত কথিত হয়। …… এসময়ত আৰ্য্য ভাষাৰ আগমনৰ পূৰ্ব্বে, সমগ্ৰ উত্তৰ ভাৰততে অচ্‌ট্ৰিক্ আৰু দ্ৰাবিড় ভাষা প্ৰচলিত আছিল।

ওপৰত উল্লেখ কৰা অনুমানবোৰৰ পৰা আমি প্ৰায় নিশ্চয় হব পাৰো যেন লাগে যে অসমভূমিৰ ঐতিহ্য আৰু সংস্কৃতি কিংবদন্তি মূলক নহয়। দৰাচলতে ই ঐতিহাসিক।

বুৰঞ্জীবিদ আৰু নৃতত্ত্বিদ পণ্ডিতসকলৰ মতে মধ্য এচিয়াৰ পৰা যিসকল আৰ্য্য জাতীয় লোক ভাৰতত প্ৰবেশ কৰি সিন্ধু নৈৰ উপত্যকাত থাকিবলৈ লৈছিল, তেওঁলোকে লগত আনিছিল আৰবদেশৰ ঘোঁৰা ; আৰু যিসকল তথাকথিত অনাৰ্য্য অচ্‌ট্ৰিক্ সম্প্ৰদায় ভুক্ত লোক ইন্দোচীন অঞ্চলৰ পৰা ভাৰতলৈ আহিছিল, তেওঁলোকে লগত লৈ আহিছিল গৰু। সময়ৰ সোঁতত এই আৰ্য্য-অনাৰ্য্যৰ মাজত প্ৰথম প্ৰথম ভাৱৰ আদান-প্ৰদান আৰু শেষত তেজৰ সংমিশ্ৰণ ঘটি গঙ্গা নৈৰ উপত্যকাৰ বিৰাট হিন্দু সভ্যতা আৰু হিন্দু সংস্কৃতিৰ মূল পত্তন



হয়। সেই গোড়া পত্তনৰ বৰসবাহত অসমৰ পাতত প্ৰসাদৰ বেচ ডাঙৰ ভাগটোৱেই পৰিছিল। শৌৰ্য্যবীৰ্য্য, সংস্কৃতিৰ গৌৰৱ ভৰা ঐতিহ্যৰ কথা প্ৰত্যেক অসমীয়াৰে জনা উচিত এই কাৰণেই যাতে সেই গৌৰৱৰ অধিকাৰজনে নিজক ক্ষন্তেকৰ প্ৰলোভন বা উত্তেজনা জনিত অশোভনীয় আচৰণৰ পৰা আতৰাই ৰাখিব পাৰে।

অসমীয়া সংস্কৃতি অসমৰ অধিবাসীসকলৰ মাজত প্ৰচলিত ধৰ্ম্ম গীত, নৃত্য-বাদ্য, আচাৰ, গাওঁ-ভূঁইৰ, সমাজ-গাঁথনিৰ নীতি আদি উপাদানৰ সমন্বয়ত গঢ় লৈ উঠিছে। অসমৰ বিভিন্ন জন-জাতিয়ে আৰ্য্য হিন্দু সংস্কৃতিত বৰঙণি যোগোৱাৰ লগে লগে তেওঁলোকো প্ৰভাবান্বিত হৈছে ; বহুত সময়ত পাৰস্পৰিক প্ৰভাৱৰ ফলত এক সমন্বয়মূলক সামাজিক সংস্কৃতি উদ্ভৱ হৈছে। ১১

সংস্কৃতি বোঁৱতী সুঁতি। এটা জাতিৰ বা এখন দেশৰ সংস্কৃতি বোঁৱতী সুঁতিৰ দৰে চিৰ আবহমান হৈ নাথাকিলে সেই জাতি বা দেশ স্থবিৰ হৈ পৰিব। স্থবিৰতাৰ আন নামেই হ'ল মৃত্যু। আনহাতে সুঁতিটোত জেং জাবৰ আৰু বালি বোকা সৰহকৈ গোট খাবলৈ দিলে সুঁতিৰ সোঁতৰ গতিও মন্থৰ হৈ পৰিব। সেইদৰে সংস্কৃতিৰ নামত বাৰে বঙলুৱা বেবেৰিবাং ৰীতি-নীতি, গীত-মাত, নাচোন-বাজোন, আৰু অসমীয়া সমাজত অজীৰ্ণ নানান তৰহৰ ফেচনক বলেৰে সামৰি ল'বলৈ গ'লে জাতটোও যাব, পেটো নভৰিব। সেইবুলি নতুন বুলিয়ে নতুন ভাব, নতুন প্ৰকাশ ভঙ্গীক দুৱাৰমুখৰ পৰাই চেই চেই কৰি বিদায় কৰাও অবিবেচকৰ কাম হ'ব।

হিন্দু ভাৰতবৰ্ষৰ সংস্কৃতি সমন্বয়ৰ বুৰঞ্জীত অনা-হিন্দু-ধৰ্ম্মী সকলৰো লেখত লব লগীয়া আৰু অনুকৰণীয় অবদানৰ অনেক দৃষ্টান্ত আছে।

"Enlightened rulers like Allauddin Hussain Shah of Bengal, Akbar, and many Sultans of the Deccan actively helped and encouraged the process of assimi-

১১। অসমীয়া সংস্কৃতিত জন জাতীয় বৰঙণি—ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

lation. We see this assimilation and the Muslims' creative involvement in music, folk-lore, dresses, food, manners and customs, public and domestic architecture, language and literature, arts and crafts ।১২ মুচলমান ধৰ্ম্মী চুফী কবিসকলৰ মাজৰ বহুতে হিন্দু বৈষ্ণৱ ভক্তি আৰু প্ৰেম cult অৱলম্বন কৰি মনোৰম আধ্যাত্মিক গীত আৰু কবিতা ৰচিছিল। পৃথিবীত যিমান ধৰ্ম্মাৱলম্বী লোক আছে, তেওঁলোকৰ সকলোৰে মাজত কেৱল চুফীসকলেহে তেওঁলোকৰ পাৰ্চি ভাষাত ৰচা মূল কবিতাসমূহত "মচজিদ্" "কা-আ-বা" ইত্যাদি তেওঁলোকৰ নিজা ধৰ্ম্মৰ বিশেষ শব্দবোৰৰ সলনি আনৰ হিন্দু মন্দিৰৰ কল্পনাস্থচক শব্দ ব্যৱহাৰ কৰিছিল। মূল সংস্কৃত গ্ৰন্থ "পঞ্চতন্ত্ৰ" আৰবীয় ভাষাত অনুবাদ হোৱাৰ পাছতহে মধ্যযুগৰ ইউৰোপত জনাজাত হ'বলৈ সক্ষম হৈছিল। উপনিষদ গ্ৰন্থাৱলীও যুৱৰাজ দাৰা চিকুহে পাৰ্চি ভাষালৈ অনুবাদ কৰাৰ পাছতহে পাৰ্চিৰ পৰা লেটিনলৈ অনুবাদ হয়। আমাৰ অসমতো আজান ফকিৰৰ গীতসমূহে প্ৰমাণ কৰি গৈছে ভিন্ ধৰ্ম্মী লোকেও কিদৰে ভিন্ ধৰ্ম্মী থলুৱা অধিবাসীৰ মাজত নিজৰ ধৰ্ম্ম জনপ্ৰিয় কৰিব পাৰে। ভাৰতত বৰ্ত্তমান ৰোমান্ কেথ্লিক ধৰ্ম্মানুষ্ঠানবোৰত তেলৰ চাকি, ধূপকাঠি, শৰাই আৰু পীৰাৰ থাপনাৰ ব্যৱহাৰ আৰু হিন্দু প্ৰতিমাৰ আগত ধূপ-ধূনাৰ প্ৰজ্জলিত মলাৰে আৰতি কৰাৰ অনুৰূপ আৰতিৰ প্ৰবৰ্ত্তন কৰি ধৰ্ম্মৰ বিভিন্নতা সত্বেও সাংস্কৃতিক সমন্বয়ৰ সৃষ্টি কৰিবলৈ প্ৰয়াস পাইছে।

সংস্কৃতি বাদ দি এটা জাতি বা এখন দেশ কোনোপধ্যেই জগতত আনৰ শ্ৰদ্ধাৰ পাত্ৰ হৈ জী থাকিব নোৱাৰে। কবিগুৰু ৰবীন্দ্ৰনাথৰ কথাত :

সংস্কৃতিয়ে সমগ্ৰ মানুহৰ চিত্তবৃত্তিক গভীৰতৰ স্তৰৰ পৰা সফল কৰি থয়। সংস্কৃতিবান মানুহে নিজৰ ক্ষতি কৰিব পাৰে কিন্তু নিজক হেয় কৰিব নোৱাৰে।১৩

১২। Illustrated Weekly of India ১৪ ডিচেম্বৰ ১৯৬৯

১৩। শিক্ষা ও সংস্কৃতি—ৰ: না: ঠা:



অসমীয়া জাতি আজি সংস্কৃতিৰ চাকনৈয়াত ডুব যাওঁ ডুব যাওঁ অৱস্থাত। ৰবীন্দ্ৰনাথৰ ভাৰততীৰ্থত যিদৰে

হেথায় আৰ্য, হেথা অনাৰ্য,
হেথায় দ্ৰাবীড় চীন
শক হুনদল পাঠান মোগল
এক দেহে হ'ল লীন।
পশ্চিমে আজি খুলিয়াছে দ্বাৰ,
সেথা হতে সবে আনে উপহাৰ
দিবে আৰ নিবে, মিলাবে
মিলিবে, যাবে না ফিৰে
এই ভাৰতেৰ মহামানবেৰ সাগৰতীৰে। ১৪

ঠিক সেইদৰেই অসমতো ভিন্ ভিন্ জাতি, ভিন্ ভিন্ ধৰ্ম্মাৱলম্বী, ভিন্ ভিন্ ভাষা-ভাষীৰ অপূৰ্ব্ব মিলন সম্ভৱপৰ হৈ আহিছে কেৱল পাৰম্পৰিক সংস্কৃতিৰ যোগেদি। সেই ধাৰাত আজি কিহে বাধাৰ সৃষ্টি কৰিছে, বা এতিয়ালৈকে যদি নাই কৰা, অদূৰ ভৱিষ্যতত কৰিবৰ আশঙ্কা আছে নেকি আৰু তেনে এটা অমঙ্গলীয়া পৰিস্থিতি সঁচাকৈয়ে উদ্ভাৱন হয় যদি আমি কি উপায়েৰে তাৰ প্ৰতিৰোধ কৰিব পাৰিমহক? সেই বিষয়ে উপস্থিত ৰাইজৰ পৰ্য্যবেক্ষন আৰু যথাযোগ্য দিহা-পৰামৰ্শ উপস্থাপনে আমাৰ আজিৰ এই আলোচনাটি জীৱন্ময় কৰিব বুলি আশা কৰিলোঁ।

সেই আলোচনাত আমি মনত ৰাখিব লাগিব, অসমীয়া মানুহ আৰু অসমৰ দাঁতিকাষৰীয়া জন-জাতীয় মানুহৰ মাজত আজি শ শ বছৰ ধৰি অদৃশ্যভাবে হ'লেও যি গছি একতাৰ ডোল কটকটীয়াকৈ টান খাই আছে সেই গছি জানো সংস্কৃতিৰ সূতাৰেহে বোৱা। সেইবুলি অসমীয়া মানুহে এই জনজাতীয় লোকসকলৰ ওপৰত সাংস্কৃতিক প্ৰভাৱ বলেৰে প্ৰয়োগ কৰিবলৈ চেষ্টা কৰা নাই।

চাৰ জেমচ ফ্ৰেজাৰে তেওঁৰ বিশ্ব-বিশ্ৰুত The Golden Bough

১৪। গীতাঞ্জলী—ৰ: না: ঠা:

নামৰ গ্ৰন্থত কোৱাৰ দৰে জন-জাতীয় লোকসকলৰ মাজত বাহিৰৰ পৰা সাংস্কৃতিক ভাব, বা সাংস্কৃতিক প্ৰভাৱ বলেৰে প্ৰবেশ কৰোৱাবলৈ চেষ্টা কৰা অন্যায়; কাৰণ তেনে কৰিলে অজলা লোকসকল নিজৰ অতিপুৰণি নাও-বন্ধা ঘাটটোৰ পৰা নাওৰ বান্ধ ছিঙি যোৱাত সন্দেহ আৰু অনিশ্চয়তাৰ উত্তাল সমুদ্ৰত নিজকে হেৰুৱাই পেলায়।

কোনো সংস্কৃতিয়েই কোনো দেশতে আৰু কোনো কালতে স্বয়ং সম্পূৰ্ণ আৰু নিখুঁত ৰূপত জন্ম লোৱা নাই। মানুহৰ আৰু তেওঁৰ পৰিবেশৰ বিকাশ সদায়েই এটা বিবৰ্ত্তনৰ মাজেদিহে সম্পন্ন হৈ আহিছে।১৫ ইতি—

ৰাইজৰ পদ-ধূলি ভিক্ষাৰী
**বিপিন কুমাৰ বৰগোহাঁই**
সভাপতি

১৪-২-১৯৭০

১৫। The Cultural Heritage of India: Vol. I ("The Institute of Culture"—Calcutta.)

## অভ্যৰ্থনা সমিতিৰ মাননীয় সভ্যসকল, স্বনামধন্য বিশিষ্ট অতিথি সকল আৰু শ্ৰদ্ধেয় বুৰঞ্জীপ্ৰেমী সুধিবৃন্দ,

আজি অসম সাহিত্য সভাৰ ৩৭তম ধিং অধিবেশনৰ গাতে আউজি হোৱা বুৰঞ্জী শাখা সভাৰ কাৰণে যিখনি আসনত এই অভাজনক বহুৱাব খুজিলে তেওঁ সেই আসনতহে নালাগে চ'ৰাৰ পিৰালি আনকি নঙলা মুখ দেই আহিবৰো যোগ্য নহয়। যিখনি আসন এসময়ত ৺ডঃ সূৰ্য্যকুমাৰ ভূঞা, ৺প্ৰমথ নাথ চক্ৰবৰ্ত্তী, ৺ৰজনী কুমাৰ পদ্মপতি, ৺সোণাৰাম চৌধাৰী, ৺হিতেশ্বৰ বৰবৰুৱা, ৺ৰাজমোহন নাথ আৰু শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাদেৰকে ধৰি অগণন স্বনামধন্য বুৰঞ্জী গৱেষকে অধিকাৰ কৰি গৈছে, তাত মোৰ দৰে এচলু পানীৰ পুঠি মাছক মেলি অগাধ সাগৰত পানীং খুউৱাৰ দৰেহে হৈছে। তথাপিও বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰি হলেও আপোনালোকৰ আদেশ শিৰোধাৰ্য্য কৰি লোৱা হৈছে।

শ্ৰদ্ধেয় সুধিবৃন্দ, এতিয়া বুৰঞ্জী নকও, চমুকৈ বুৰঞ্জীৰ সম্পৰ্কহে আমাৰ ক্ষুদ্ৰ জ্ঞান-বিশ্বাসে ঢুকি পোৱা কেইটিমান কথা আপোনা-লোকৰ আগত দাঙি ধৰিছোঁ। লোকে কয় বোলে, বুৰঞ্জী সন্মিলন-খন সাহিত্য সভাত কেলেই। এই কথাকে লৈ কাকতে পত্ৰে লিখা-লিখিও হৈছিল। এবছৰমান নহলেইনে কি? ভাৰতৰ ভিতৰত একমাত্ৰ অসম আৰু কাশ্মীৰহে বুৰঞ্জীৰ দেশ। এই বিলাকতে যদি বুৰঞ্জীৰ সম্পৰ্কে সমূহীয়া আলচ নহয় তেন্তে ক'তনো হব। আমাৰ ৰাজ্যত সুকীয়াকৈ বুৰঞ্জী সন্মিলনী পতা নাই, যদিও পাতিব লাগিছিল। সাহিত্য সভাৰ লগতে কবি-সন্মিলন, সঙ্গীত-সন্মিলনৰ দৰে বুৰঞ্জী-সন্মিলন হৈ আছে যেতিয়া থাকক, যিহেতু অসমীয়া গদ্য সাহিত্যিক

বুৰঞ্জীয়েই ভেটি বান্ধি গৈছে। সেই কাৰণে বুৰঞ্জী শাখা সভাখনো ৰজিতা খাইছে। (১)

বুৰঞ্জীৰ ধৰ্ম্ম ঃ—

কহ্লনে ৰাজতৰঙ্গিনী লিখাৰ আগতে কৈছে,—

"শ্লাঘ্যঃ স এব গুণবান ৰাগ দ্বেষ বহিষ্কৃতা
ভূতাৰ্থকথনে যস্য স্থেয়স্যেব সৰস্বতী"

অৰ্থাৎ সেই লোকজনেই প্ৰশংসাৰ পাত্ৰ আৰু গুণবান যাৰ কথা অতীতৰ বস্তু বা বৰ্ণনাৰ সময়ত মধ্যস্থ ব্যক্তিৰ দৰে দ্বেষ আৰু অনুৰাগ শূন্য হয়। উত্থান-পতন প্ৰগতি অধোগতিয়েই বুৰঞ্জীৰ সম্পত্তি। তাৰ লগত নিবিড় ভাৱে সাঙ্গোৰ খাই থাকিব লাগিব কাৰণ, কাৰ্য্য-কলাপ আৰু কাৰ্য্যৰ ফল। আৰু ই হব লাগিব সাৰ্ব্বজনিক ভেটিৰ ওপৰত। ই আকৌ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহলে ইয়াৰ পৰা পাছত লোক নিৰন্তৰৰ একো লাভ নহব। ইতিহাসৰ আচল শিক্ষা হৈছে অতীতৰ জ্ঞান লাভ কৰি ভৱিষ্যত উন্নতিৰ বাটত আগবঢ়া।

৺হেমচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ অসম বুৰঞ্জীৰ ভূমিকাত বুৰঞ্জীৰ আচল ৰূপটো ধুনীয়াকৈ দাঙি ধৰিছে।

"ঐতিহাসিক অনুষ্ঠানত জাতীয় বা দেশীয় সঙ্কীৰ্ণতা পৰিত্যাগ কৰিব লাগিব, কোনো সাম্প্ৰদায়িক বা ৰাজনৈতিক বাধ্য-বাধকতাৰ লগত সম্পৰ্ক ৰাখিব নালাগিব। এটা কথা সঁচা বুলি গ্ৰহণ কৰাৰ আগেয়ে সেই সম্বন্ধে যিমানদূৰ নিখুত প্ৰমাণ পোৱা যায় তাকে পৰীক্ষা কৰি লব লাগিব। এই দৰে সংগ্ৰহ কৰা কথাবিলাকক পুঙ্খানু-পুঙ্খৰূপে ফঁহিয়াই চাই তাৰ পৰা এটা সিদ্ধান্তত উপনীত হোৱাই বুৰঞ্জীৰ কাম। এনেকৈ সংগ্ৰহ কৰা তথ্যবিলাকৰ পৰা ৰি স্বাভাৱিক সিদ্ধান্ত হব আৰু তেনে সিদ্ধান্তৰ পৰা লাভেই হব নে

(1) They ( History ) were also perfect specimen of racy Assamese prose and their value is enhanced by the fact that very few countries in India had such a developed prose literature as Assamese (Introduction Tungkhungia Buranji.)



লোকচানেই হব ঐতিহাসিকে তাৰ নিমিত্তে ভাবিবৰ কোনো প্ৰয়োজন নাই। ঐতিহাসিকৰ কাৰ্য্য হৈছে সত্যৰ প্ৰতিষ্ঠা কৰা। তেওঁৰ কৰ্ত্তব্য হৈছে লাভ-অলাভ, জয়-পৰাজয় কালৈকো কটাহি নকৰি সত্যৰ উদ্ঘাটন কৰা। এজন জ্ঞানীলোকে কৈছে যে বুৰঞ্জীৰ গতি এটা সৰল ৰেখাৰ নিচিনা আৰু বিচক্ষণ বুৰঞ্জী লিখক কেতিয়াও তেওঁৰ লিখাৰ ওপৰত বিৰিঙ্গি নোলায়। ঘটনাৰ যথাযথ বিবৰণ দি যোৱাই বুৰঞ্জী-লিখকৰ আচল কাম, তাত তেওঁৰ মতামত দিবৰ কোনো সকাম নাই।"

গোস্বামীদেৱৰ এই গভীৰ চিন্তাধাৰাৰ পৰা উদ্ভৱ হোৱা বুৰঞ্জীৰ ধৰ্ম্ম-সম্পৰ্কীয় কথা কেইশাৰী সকলো বুৰঞ্জী-লিখকৰ কাৰণে অতি লাগতিয়াল। আৰু এটি কথা—আমি বুৰঞ্জী লিখিবলৈ লওঁ মৰ জগতৰ মানুহৰ, অমৰ দেৱতা বা ঈশ্বৰৰ নহয়। দোষ গুণেহে মানুহ। যদিহে কোনো মানুহ বা জাতি বা অনুষ্ঠানৰ এটি বুৰঞ্জী বা বিৱৰণ লিখিবলৈ গৈ কেৱল মাত্ৰ গুণৰ কথাহে লিখা হয় তেনেহলে সেইখন বুৰঞ্জী নহব। সেই খন গুণ-চৰিতহে হব। এন্ধাৰ পখেকে পোহৰ পখেকেহে লগলাগি মাহটো হব। মাহটোত সদায়ে কাহানিও শুক্লপক্ষ হৈ নাথাকে। তেনে ধৰণৰ দুই এখন বুৰঞ্জী আমি দেখিবলৈ পাইছোঁ। সেই বিলাক চৰিত পুথিৰ শাৰীতহে পৰে। সেই বুলি জেদ ভাবত বা ঈৰ্ষাৰ বশবৰ্ত্তী হৈ সত্যক দূৰতে বিদুৰ কৰি নানা ৰূপে অপলাপ কৰিলেও বুৰঞ্জী নহয়। বুৰঞ্জী যদি সত্যৰ ওপৰত প্ৰতিষ্ঠিত তাৰ ওপৰত তৰ্কৰ সকাম নাই। কিন্তু বুৰঞ্জীৰ সেই সত্যটো সম্পূৰ্ণৰূপে উদ্ঘাটন হবনে নহয় তাৰ প্ৰতি আগতে চকু ৰখা প্ৰয়োজন।

১৫ শতিকালৈকে ইউৰোপ মহাদেশত বৈজ্ঞানিক প্ৰণালীৰে বুৰঞ্জী লিখা নাছিলেই বুলিব পাৰি। সেই সময়ৰ বুৰঞ্জীবিলাক পাছলৈ ধৰা পৰিবলৈ ধৰিলে আৰু তাৰ প্ৰতি মানুহৰ শ্ৰদ্ধা নাইকিয়া হল। ঘপকৰে লিখিলেই বুৰঞ্জী নহয় আৰু সেই লিখাই সম্পূৰ্ণ বুলি ভাবিলে ভুল কৰা হব। বুৰঞ্জীৰ গতি সদায়ে গতিশীল, ই স্থিতিশীল

নহয়। কাৰণ বহুত বাকী পৰি আছে। বৰ্ত্তমানৰ ভাৰত বুৰঞ্জীয়ে তাৰ প্ৰমাণ।

### বুৰঞ্জীৰ অৰ্থ আৰু আৰম্ভ :—

বুৰঞ্জীক নানা দেশত নানা নামত জনা যায়। ভাৰতত ইতিহাস। বুৰঞ্জী নামটো তেৰ শতিকাৰ পৰাহে আৰম্ভ হৈছে। টাইসকল অসমলৈ আহি আহোম নাম লৈ শাসন প্ৰতিষ্ঠা কৰাৰ বহু শতিকাৰে পৰা অৰ্থাৎ ৫৬৮ খৃঃ পৰাই বুৰঞ্জী লিখিবলৈ আৰম্ভ কৰে বুলি প্ৰাচ্য গবেষকসকলে কয়। বুৰঞ্জী মানে নজনা কথাক জনোৱা বা কোনোৰ মতে মূৰ্খৰ শিক্ষাৰ ভঁৰাল। টাই ভাষাত বুৰঞ্জীৰ অন্য কেবাটাও নাম আছে। যেনে 'কপুট', পুলঞ্চি ইত্যাদি। প্ৰথমতে ব্ৰহ্মপুত্ৰ উপত্যকাত নানা যুদ্ধ-বিগ্ৰহত লিপ্ত থকাত বুৰঞ্জী লিখাত বাধা জন্মিছিল। চাও চুকাফাই খামজাঙ্গতে 'যি মৰে, যাক পাও, বাটত যি কথা হয় পণ্ডিতে লিখি থব' এই আজ্ঞাৰে পৰাই স্বৰ্গদেউ পুৰন্দৰ সিংহৰ দিনলৈকে ৰাজ আজ্ঞাৰে বুৰঞ্জী লিখি গৈছিল। দেশ কোম্পানীৰ তললৈ যোৱাৰ পাছতো মণিৰাম দেৱানৰ দ্বাৰা বুৰঞ্জী বিবেকৰত্ন, গমধৰ কোঁৱৰৰ বুৰঞ্জী, পিয়লি ফুকনৰ বুৰঞ্জী ইত্যাদি লিখা হৈছিল। তাৰ পাছত ঢেকীয়াল ফুকনৰ, নাওবৈচা ফুকনৰ, ৺হিতেশ্বৰ বৰ বৰুৱাৰ, পদ্মনাথ গোহাঞি বৰুৱাৰ অসম বুৰঞ্জী লিখা হয়। হয়তো এতিয়াও আমি নজনাত ১৮২৬ চনৰ পৰা ১৮২৮ চনলৈকে আৰু তাৰ পাছত লিখা ভালেমান বুৰঞ্জী অ'ত ত'ত থাকিব পায়।

ইতিহাস আৰু বুৰঞ্জীৰ প্ৰভেদ আছে। ইতিহাসৰ ধাতুগত অৰ্থ হল ইতিহ + আপ্ + ঘঞ—অৰ্থাৎ পুৰুষানুক্ৰমে চলি অহা উপদেশ ইয়াত আছে গুণে ইতিহাস। যিবিলাক ঘটনাক আশ্ৰয় কৰি মানুহৰ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ লাভ হয় সিয়েহে আচল ইতিহাস। ইয়াত যেই সেই ঘটনাৰ উল্লেখ নাথাকে। ইতিহাসক সেই কাৰণে বেদৰ লগত তুলনা কৰে।

"ইতিহাস পুৰাণঞ্চ পঞ্চমৌ বেদ উচ্যতে" (ভাগৱত)। আমি আৰ্য্য বিলাকৰ বিষয়ে বেদ আৰু পুৰাণত বহুত কথা পাওঁ। ভাৰত বুৰঞ্জীৰ



এইটো এটা মূল্যবান সম্বল। সেই বুলি বেদ পুৰাণক আমি বুৰঞ্জী বুলিব নোৱাৰোঁ। গ্ৰীক বিলাকেই বুৰঞ্জীৰ আবিষ্কাৰক বুলি কয়। তেওঁলোকৰ মতে (Histor) মানে জনা শব্দৰ পৰাই হিষ্টৰি (History) হৈছে।

### পুৰণা কামৰূপৰ বুৰঞ্জী :–

এতিয়া আমাৰ দেশৰ বুৰঞ্জী সম্পৰ্কে লিখাত ধৰিছোঁ। আগতে কোৱা হৈছে ইউৰোপত বৈজ্ঞানিক প্ৰণালীৰে বুৰঞ্জী লিখাৰ আৰম্ভ হয় প্ৰায় ১৫ শতিকাতহে। ভাৰতৰ ভিতৰত অসম আৰু কাশ্মীৰত ধাৰাবাহিক বুৰঞ্জী লিখাৰ কাল তাতোকৈ বহুত আগৰ। (২)

পুৰণা কামৰূপ ৰাজ্যৰ শৃঙ্খলাবদ্ধভাৱে লিখা বুৰঞ্জী আগতে নাছিল। এখন ইতিহাস বা বুৰঞ্জী লিখিবলৈ যিবিলাক সঁজুলিৰ আৱশ্যক সেই সকলোবিলাক সঁজুলি বহলভাৱে থকাতো আজিলৈকে কামৰূপৰ বিশ্বাসযোগ্য বুৰঞ্জী লিখা হোৱা নাই। মহাভাৰত, পুৰাণ, ৰামায়ণ, কালিদাসৰ ৰঘুবংশত লৌহিত্য, প্ৰাগ-জ্যোতিষপুৰ, কামৰূপ আদি নাম পোৱা যায়। ৰজাৰ, যুদ্ধ বিগ্ৰহৰ নানা বৰ্ণনা পোৱা যায়। বাণভট্টৰ হৰ্ষচৰিত, গ্ৰীক আৰু চীনা পৰিব্ৰাজকৰ টোকাত ইয়াৰ নানা কথা পোৱা যায়।

বিশেষকৈ ভাৰতৰ প্ৰমাণিত বুৰঞ্জী ৰাজতৰঙ্গিনীত প্ৰাগজ্যোতিষ-পুৰৰ সম্পৰ্কে এনে ভাৱে পোৱা যায়।

"সযুবা পিতুৰা দেশাদ্ বৈষ্ণবান্বয় জন্মনঃ।
ৰাষ্ট্ৰ প্ৰাগজ্যোতিযেন্দ্ৰস্য যযৌ কন্যা স্বয়ংবৰে ॥ ১৪৭

---

(2) (a) "It is a wellknown fact that Assam and Kashmir are the only provinces in India which have maintained regular records of past events" (Indian Historical quarterly 1929) (b) The Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India as a whole is curiously deficient."
(Linguistic Survey of India)
Vol 1 pt I by Grierson…

তত্ৰ তাং বাৰুণং ছত্ৰং ছায়য়া ৰাজসন্নিধৌ।
ভেজে বৰস্ৰজা ৰাজ কন্যাকা চামৃতপ্ৰভা॥ ১৪৮

অৰ্থাৎ সেই ডেকা যুৱৰাজে বিষ্ণুৰ বংশ-সম্ভূত প্ৰাগজ্যোতিষপুৰৰ ৰাজকন্যাৰ স্বয়ংবৰত পিতাকৰ আদেশক্ৰমে প্ৰাগজ্যোতিষপুৰলৈ যাত্ৰা কৰে। ৰজাবিলাকৰ সন্মুখত অমৃত প্ৰভাই তেওঁক (মেঘৱাহনত) বৰমালা পিন্ধায় আৰু সেই সময়ত বৰুণৰ ছত্ৰই ছাঁ দিছিল। আকৌ এঠাইত আছে—

"শূন্যে প্ৰাগজ্যোতিষপুৰে নিৰ্জিহানং দদৰ্শ সঃ।
ধূপ ধুমং বনপ্লুষ্টাৎকালাগুৰু বনাৎ পৰম্॥" ১৭

তেওঁ ললিতাদিত্যয় সসৈন্যে প্ৰাগজ্যোতিষপুৰলৈ গৈ লোক শূন্য দেশ পালেগৈ আৰু ক'লা অগৰু গছৰ ধোঁৱা দেখিবলৈ পাইছিল। এই বুৰঞ্জীত কামৰূপৰ নাম নাই।

ইয়াৰ পাছৰ সম্বল হল, নিধানপুৰ, তেজপুৰ, নগাৱঁৰ, বৰগাৱঁৰ শোৱালকুচিৰ (শিয়ালকুচি) গুৱাহাটী, গৌকুচি বা গণককুচিৰ তামৰ ফঁলি বিলাকত বিভিন্ন ৰজাসকলৰ নাম আৰু শক আদি লিখা আছে।

সেই দৰে নালন্দাৰ ভগ্নাৱশেষত পোৱা গণপতি বৰ্ম্মনৰ পৰা ভাস্কৰ বৰ্ম্মালৈকে নাম থকা মুদ্ৰা। উত্তৰ ভাৰতৰ প্ৰাচীন অনুশাসন-বোৰত কামৰূপ সম্পৰ্কীয় বহুত কথা আছে।

শিলালিপিৰ ফালৰ পৰা হৰ্জ্জৰ বৰ্ম্মনদেৱৰ তেজপুৰৰ লিপি, উত্তৰ গুৱাহাটীৰ লিপি, সমুদ্ৰগুপ্তৰ এলাহাবাদৰ স্তম্ভৰ শিলালিপি, মূৰ্ত্তিৰ গাত পোৱা শিলালিপিত প্ৰাগজ্যোতিষ আৰু কামৰূপৰ উল্লেখ আছে।

ফাৰ্লং চাহাবৰ মতে ভাৰতৰ ৰজা সমুদ্ৰে ১০৫ খ্ৰীঃ উজনী ব্ৰহ্ম শাসন কৰিছিল আৰু তালৈ যোৱা পথ অসমৰ মাজেদিয়েই আছিল।

কালেফু টাই সম্ৰাটে ব্ৰহ্মাৰ পৰা নালন্দালৈ ব্ৰহ্মদেশীয় ৰণুৱাৰ দ্বাৰাই পুৰণি কামৰূপ ৰাজ্যৰ মাজেদি আলি নিৰ্ম্মাণ কৰিছিল।



বুৰঞ্জীৰ বাকী সম্বল, পুৰণা কীৰ্ত্তি চিহ্নৰ ভগ্নাৱশেষ, পুৰণা সুকুমাৰ কলাবিলাক, খনন কাৰ্য্যৰ পৰা আবিষ্কাৰ কৰা মঠ-মন্দিৰ, নগৰৰ চিন বিলাক পৰিব। অলপতে গুৱাহাটীৰ আমবাৰীত খনন কাৰ্য্যৰ পৰা উদ্ধাৰ হোৱা বস্তু আৰু ঠাইৰ চিনৰ পৰা বহুত সম্ভেদ পোৱা যাব। সদ্য আবিষ্কৃত হৰহৰি মূৰ্ত্তিৰ গাত প্ৰাকৃত ভাষাত লিখা নাম শ্ৰীজীবৰাইও এক নতুন সম্ভেদ দিব।

অশেষ গবেষণাৰ ফলত স্বনাম ধন্য ৰায়বাহাদুৰ ৺কনক লাল বৰুৱাদেৱে মহাকাব্য যুগৰে পৰা ষোল শতিকাৰ কোচ ৰজা নৰনাৰায়ণলৈকে আঠ নিচিগাকৈ ইংৰাজীতে কামৰূপৰ বুৰঞ্জীখনি যুগুত কৰি ১৯৩৩ চনত উলিয়ালে। তথাপিও তেখেতে নিজেই সেইখন বুৰঞ্জী সম্পূৰ্ণ হল বুলি ধৰা নাছিল। বহুত ঘটনাকে সম্ভৱপৰ বুলিহে লিখিছে আৰু নানা ধৰণৰ যুক্তিৰ অৱতাৰণা কৰিব লগাত পৰিছে।

মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদদেৱৰ কামৰূপৰ শাসনাৱলী, লণ্ডন ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ পৰা পোৱা কামৰূপৰ সম্পৰ্কে লিখা কামৰূপ বুৰঞ্জী, ডাঃ বাণীকান্ত দেৱৰ গৱেষণা গ্ৰন্থ, ৺ডিম্বেশ্বৰ নেওগ দেৱৰ প্ৰাগ ঐতিহাসিক অসম, ৺ৰাজমোহন দেৱৰ কদলী ৰাজ্য আৰু নানা গবেষণামূলক ডাঃ প্ৰতাপ চৌধুৰীদেৱৰ গ্ৰন্থ, খান বাহাদুৰ আমানুতুল্লাৰ কোচবিহাৰৰ ইতিহাস, দৰঙ্গী ৰাজ-বংশাৱলী, শ্ৰীগঙ্গাধৰ চৌধাৰীদেৱৰ নতুন গৱেষণামূলক তথ্য আৰু এনে ধৰণে কামৰূপৰ সম্পৰ্কে লিখা বহুত প্ৰবন্ধপাতি প্ৰকাশ হোৱাতো প্ৰাগ্ আহোমযুগৰ বুৰঞ্জী সুস্থিৰ অৱস্থাত পোৱা হোৱা নাই। সকলো বিলাকতে যুক্তিয়েইহে প্ৰাধান্যতা লাভ কৰিছে। ইমানবিলাক বুৰঞ্জীৰ সম্বল থকা সত্বেও সম্পূৰ্ণ বুৰঞ্জী এখন আজি-লৈকে নোলোৱাতো ভাবিবলগীয়া কথা। এতিয়া কথাটো এনেহে হব পাৰে নেকি যে আমাৰ মাজত এজন মিঃ গেইট চাহাব বা শ্ৰীনাথ বৰবৰুৱা ওলাবলৈ এতিয়াও দিন আছে।

প্ৰাগআহোম যুগৰ অসম বা কামৰূপৰ বুৰঞ্জী সম্পৰ্কে আলোচনা

কৰোতে অকল পশ্চিম ফালৰ পৰাই আলোচনা কৰিলে সম্পূৰ্ণ হব নোৱাৰে। আমি পূব, উত্তৰ, দক্ষিণ কেউ দিশে চাব লাগিব। ডাঃ কাকতি দেৱৰ "অসমীয়া, ইয়াৰ গঠন আৰু পৰিবৰ্দ্ধনত ( Assamese, its formation & Development ) উল্লেখ কৰিছে যে মনখামেৰ ঠালৰ অষ্ট্ৰিক গোষ্ঠীৰ খাচীয়া আদি লোকসকল অতি পুৰণি কালৰে পৰা ইয়াত বসতি কৰি আছিল। সেই সকলে কাল-ক্ৰমত আৰ্য্য ভাষা-ভাষী লোকৰ সংমিশ্ৰণত এটি স্বকীয়া ঠাল হিচাবে থাকি গল। (৩) আহোমসকল অহাৰ বহু কালৰ পূৰ্ব্বেই অসমত বসতি কৰি থকা তিব্বত বৰ্ম্মন গোষ্ঠীৰ বড়ো লঠালটোৱেই বৰ প্ৰতাপী হৈ কেইবা শতিকাও ব্ৰহ্মদেশৰপৰা আৰম্ভ কৰি বঙ্গদেশৰ সমানে আধা ভাগলৈ ভাৰতৰ উত্তৰ-পূব অংশত নানা ভগ্নাংশ হৈ শাসন কৰিছিল।৪ সেই সময় ছোৱাত অনেক সান-মিহলি হৈ গল। সেই সময়তে একে তেজৰে কোচ, চুটিয়া, কছাৰী, ত্ৰিপুৰী আদি ৰাজ শক্তিৰো উদ্ভৱ হয়। ইয়াৰো অংশ হৈ ৰাভা, মেছ, ডিমাল, মহালীয়া, ফুলগুৰিয়া শৰ-

(৩) "They have became transformed to the present day Aryan speaking Caste and groups of the country (Asssam its formation & Development = PL—27 )

(৪) (ক) "Among the Tibeto Burman people the Bodos were the most powerful. They built strong kingdom and with varying fortunes and under various tribal names—the Chutiyas, the Kacharies, the Koces etc. they held sway over one or another part of North Eastern India during different historical times"

( A. F & Dev.—PL-42 )

(খ) "The Major part of Assam and North East Bengal formed a great Bodo kingdom,

( EA Gait - M-248 )

(গ) This rude Tribe gradually acquired an empire over Assam, Sylhet, Mymensing and the Valleys to the east of the Brahmaputra, their original seat being at Kamrup, and that their rule ultimately embraced everything from Kamrup down to the Sea."

( Captain Fisher )



নীয়া, ডিমাছা, হুজাই, লালুং, গাৰো, হজাং, বৰাহী আৰু মৰাণকে ধৰি বহুত শাখাই ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য স্থাপন কৰিছিল। তাৰো আগত অন্য গোট হিচাপে এই বড়ো গোষ্ঠীয়ে নতুন ধৰ্ম্ম আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰি বিৰাট কামৰূপ ৰাজ্য গঠন কৰিছিল। সেই সময়ত পুব ফালৰ পৰা হোৱা দুই এটা কথাৰ প্ৰতিও চকু ৰাখিব লাগিব। মিঃ ডেলটন, ৰবিন্সন, মিঃ হডন চাহাবে, মিঃ বেইলু পেম্বাৰচন্ চাহাবৰ লিখনিৰ ওপৰত জোৰ দি কৈছে যে ৮ম শতিকাত পং ৰাজ্যৰ ( মণিপুৰ ) (৫) টাই শাসন কৰ্ত্তা চুথানফা ৰজাৰ ভায়েক, সেনাপতি চামলন-ফাই কাছাৰ, ত্ৰিপুৰা, মণিপুৰ জয় কৰি সদিয়াৰে পৰা কামৰূপলৈকে দখল কৰিছিল। (৬)

এসময়ত নেপাল, ভোটান, অকা, দফলাৰ লগতো এই অঞ্চলৰ ৰাজনৈতিক বুৰঞ্জীৰ স্পৰ্শ আছিল বুলি পণ্ডিতসকলে মত পোষণ কৰে।

মহাভাৰত, ৰামায়ণ, পুৰাণ, অমৰ কোষ আদিত পুৰণা কামৰূপত "দানৱঃ যবনাথিপঃ ম্লেচ্ছ নৃপতিন" আদি আখ্যাৰে ৰজাসকলৰ বৰ্ণনা দিছে ;

"ভাৰতবৰ্ষান্তাঃ শিষ্টাচাৰ ৰহিতং কামৰূপ বঙ্গাদি।"

( অমৰ কোষৰ শব্দ কল্পদ্ৰুম )

(৫) "The Mao or Maushen Kingdom is known to the historians of Manipur as the Kingdom of Pong"

( Assam under the Ahoms )

(৬) Dalton, Robinson, Hadden relying on the authority of Bailean pemberton............ 'The Shans ( Tai ) invaded Assam in the 8th Century. Dalton in his discriptive Enthology of Benyle 187[illegible] States 'In the reign of Sukanpha, the [illegible] Sovereign of the Empire of pong his brother Samlanpha who was the general of his force having subjugated Cachar, Tripura and Manipur pushed across hills to the Valley of Brahmaputra and commenced there a series of conquests by which the Shans gradually reduces the whole country from Sadiya to Kamrup to subjection."

( Assam under the Ahom )

ইফালে প্ৰাগজ্যোতিষপুৰ, নৰকাসুৰ, ভীষ্মক-ৰাজ্য কুণ্ডিল, নাগকন্যা উলুপীৰ ৰাজ্য আদি লৈ নানা জনে স্থান সম্পৰ্কে বিভিন্ন মত দাঙ্গি ধৰিছে। কামাখ্যা হাজো আদিত বৌদ্ধ ধৰ্ম্মৰ নিদৰ্শন প্ৰমাণ কৰিবলৈ গবেষণা কৰিছে। সম্প্ৰতি অসমত পূৰ্ব্বকালত অকল কামৰূপ ৰাজ্যই আছিল নে আৰু অন্য কিবা ৰাজ্য আছিল তাৰ পুং এতিয়াও ওলোৱা নাই। আৰ্য্যসকলে সিন্ধু উপত্যকাত সোমায়েই সেই সকলতকৈ অনেক গুণে শ্ৰেষ্ঠ সভ্যতা সংস্কৃতি লৈ অনন্ত কালৰে পৰা থকা 'হাৰাপান' বা পানী বিলাকৰ সভ্যতা সমূলঞ্চে ধ্বংস কৰাৰ দৰে এই ফালেও তেনে কৰিছিল নে কি সি গবেষণাৰ বস্তু।(৭)

নগাৱঁৰ কথা পাহৰা নাই। পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্গত নগাওঁ সোমাই গৈছে। এগৰাকী প্ৰবন্ধ লিখিকাই অলপতে লিখিছিল যে নগাৱঁত অতীত কালৰ সভ্যতাৰ নিদৰ্শন থকাতো ইয়াৰ নাম যে নগাওঁ হৈ থাকিল। কথাতো হল এনে ধৰণে। ডাঃ ভুঞাদেৱৰ সম্পাদিত কছাৰী বুৰঞ্জীৰ পাতনিৰ (নং PPXVII) আছে যে ৰহাৰ পৰা কলিয়াবৰলৈকে এই অঞ্চলত আহোম আৰু কছাৰীৰ বহুত দিন ৰণ হৈ তাৰ বিভীষিকাত সেই অঞ্চলৰ সাধাৰণ প্ৰজাবিলাক যেনিয়ে তেনিয়ে পলাই দেশ এৰিছিল। এই বিৰাট অঞ্চল বহু কাললৈকে লোকশূন্য হৈছিল। পাছত আহোমৰ খাচ দখললৈ অহাৰ পাছত স্বৰ্গদেও প্ৰতাপসিংহৰ মোমাই তামুলি বৰবৰুৱাৰ হতুৱাই সমুদায় অঞ্চলতে ভাগী যোৱা সকলক আনি আৰু নতুনকৈ উজনীৰ পৰা নি খেলে খেলে আনি গাওঁত বহুৱালে তেতিয়াৰ পৰাহে নগাওঁ নাম হল। সেই জন বৰবৰুৱাৰ দ্বাৰাই ৰহাৰ আৰু জাগীৰ চকী পতা হল। ৰজাৰ শ্বশুৰ টেলেকা সন্দিকৈৰ দ্বাৰা কপিলী মুখত চকী পাতি মিকিৰ জয়ন্তীয়া সকলৰ লগত সম্পৰ্ক স্থাপন কৰিলে! মনমত

(৭) "The Archeaological evidence to prove that the Harppan civilisation was completely destroyed by the Aryans is almost non existent.' ( Presidential Address, History congress by Dr. A. S. Alteker. )



ডেকাক ডেকা চমুৱা পাতি ১৬১৬ শকত ফুলগুৰিত থলে। তাৰ আগতে এই অঞ্চল কছাৰী জয়ন্তীয়া বা ভূঞা আৰু বড়ো গোষ্ঠীৰ অন্যান্য ঠালৰ ভাগ ভাগ কৈ আছিল।

মহাপুৰুষশ্ৰীশঙ্কৰ দেৱৰ প্ৰথম লীলা খেলাৰ স্থান আৰু বৰদোৱা ধাম ওচৰতে। মাজে মাজে কেতিয়াবা বৰফুকনৰ শাসনৰ কেন্দ্ৰস্থল ইয়ালৈ স্থানান্তৰিত হৈছিল। সেই সময়ত মোগল আৰু মানৰ লগত অসমীয়াই কেবাখনো যুদ্ধ দিছিল। মোৱামৰীয়া বিদ্ৰোহৰ হেচাও পৰা নাছিল। এই বিলাক কাৰণতে ইয়াৰ বহু অংশৰ লোক শূন্য হৈ ডাঠ অৰণ্য আৰু লোকশূন্য স্থানত পৰিণত হল। গোটেই নগাৱঁতে প্ৰাগ-আহোম যুগ আহোম যুগৰ অসংখ্য মঠ মন্দিৰ গড় পুখুৰী সিচৰিত হৈ আছে। বিশেষকৈ কপিলী উপত্যকাত পুৰণি আৰু অতি উচ্চ ধৰণৰ এটি যে সভ্যতা আছিল তাত সন্দেহ নাই। যমুনা নৈৰ পশ্চিম পাৰে কাৰৈমাৰিত ( এতিয়া বিষ্ণুপুৰ ) যি বিষ্ণুমূৰ্ত্তি আছে বোধ হয় সেই মূৰ্ত্তিৰ কাৰুকাৰ্য্যৰ লগত অন্য মূৰ্ত্তিক সতকাই ৰিজাব নোৱাৰি। সেই স্থানতে ভালেমান উৎকৃষ্ট মূৰ্ত্তি আৰু মন্দিৰ অংশ সিচৰিত হৈ পৰি আছে। ওচৰৰ পছুপাৰা নামৰ পুৰণি পুখুৰীৰ কাষৰ পথাৰত বহুত যুগৰ আগৰ এটি মুদ্ৰাও ৰাইজে পাইছিল। শুনামতে মোহৰৰ শক ১৭০ ৰজাবলবৰ্দ্ধন।

এই মোহৰটিয়ে আকৌ বুৰঞ্জীৰ কিছু তথ্য ওলট পালট কৰিব পাৰে। মোহৰটিৰ সন্ধান কৰাত গুৰুত্ব দিব লাগে। ডবকা, যুগীজান, মাৰং, জোঙালবলহু, লঙ্কা, ছাপানলা, কওুলী, বাতুলীকুৰুং, জিয়াজুৰি, নীতাজখলা, মহামায়া, ৰহধলা থান, মাধৱ পৰা থান, নীলবাগানৰ পুখুৰী এই সকলো বিলাকৰ সম্পূৰ্ণ আৰু সত্য তথ্য উদ্ঘাটন হলেহে নগাৱঁৰ বুৰঞ্জী উদ্ধাৰ হব। অৱশ্যে উজনী নগাৱঁৰ পুৰণা কীৰ্ত্তি সমূহৰ প্ৰায়েই লিখিত বুৰঞ্জী হৈ গৈছে। ৺ৰাজ মোহন নাথ দেৱৰ কদলী ৰাজ্য পঢ়িলে গবেষণাৰ সোঁতে অন্য ফালে ঢাল লব। ইয়াৰ আশে পাশে থকা "ৰাজা পোৱালী" সকলৰো ভাল বুৰঞ্জী উদ্ধাৰ হোৱা নাই। এই নগাৱঁৰ ভোটাই ডেকাই স্বেচ্ছাচাৰী লালুক সোলা বৰফুকনক

হোলোঙ্গাৰে ( শেলেৰে ) খুচি মাৰি ৰাজ্যৰ অৰাজকতা দূৰ কৰিছিল। ইয়াৰ ৰাইজেই মোৱামৰীয়া বিদ্ৰোহৰ সময়ত সিন্দুৰাৰ নেতৃত্বত স্বৰ্গদেউ গৌৰী নাথ সিংহক নগাৱঁৰ পৰা আতৰাই "ৰজা খেদা নগঞা" হল। কোম্পানীৰ আমোলতো ইয়াৰ ৰাইজে বিদ্ৰোহ কৰি, ৪২ চনৰ মুক্তি সংগ্ৰামতো বিদ্ৰোহ কৰি প্ৰাণ আহুতি দি নগাৱঁৰ কুৰি শতিকাৰ বুৰঞ্জীৰ সম্বল থৈ গৈছে।

এই বিলাকৰ ওপৰিও উত্তৰ-পূব সীমান্তৰ মালীনি ( মালীনি থান ) মাজ ভাগৰ মুমলী আৰু ইয়াৰ কপিলি এই তিনি ভনীৰ কোন বোপা-ককা নিৰ্ণয় হোৱা নায়। এইদৰে অনেক ঠাইত অনেক প্ৰসিদ্ধ বুৰঞ্জী যুগৰ কীৰ্ত্তি চিহ্ন আছে। এই বিলাকৰ ক্ষেত্ৰত—বুৰঞ্জী শুইছে, জনাশ্ৰুতি বা কিং বদন্তিয়ে সাৰ পাই উঠিছে, আৰু কল্পনাই গবেষণাত ধৰিছে।

পূৰণি কামৰূম ৰাজ্যৰ বুৰঞ্জীৰ মনি ধাৰিৰ সূতা চিগিলে। তাৰ সোণ পোৱাল, হাতীদাঁতৰ নানা বঙৰ নানা কাৰুকাৰ্য্যৰ ফুতি মণি সিচঁৰিত হৈ মাটিৰ তলত পোত খালে। এতিয়া মনি বিলাক বিচাৰি ভালকৈ গাঠিলেই সম্পূৰ্ণ মনি ধাৰি হয়। কিন্তু নজনা মনি পায়ো গাঠিলে সেই ধাৰি আচল মনি নহব আৰু দেখিবলৈকো কুৰূপ হব।

## টাই জাতি আৰু বুৰঞ্জী

আমি এতিয়া তেৰশতিকালৈ আহো। মাও শাখাৰ টাই জাতিৰ সোঁত এই ফালে বৈ সোমায় আহে। তথ্য পাতিৰ পৰা পোৱা যায় যে তাৰ আগতো এই গোষ্ঠিৰ লোক সকলে এই ঠাই কেবাবাৰো গৰকি যায়হি। আহোম নাম লৈ অসমত শাসন ভাৰ লোৱাৰ বহু শতিকাৰ আগৰ পৰাই এই জাতিৰ বুৰঞ্জী লিখাৰ দস্তুৰ আছিল। (৮) এই বুৰঞ্জী বিলাক আগচোৱাত টাই আখৰ আৰু ভাষাত লিখা হৈছিল। পাচলৈ অসমীয়াত লিখাৰ নিয়ম হল। বুৰঞ্জী বিলাক আজিও তেওঁলোকে মূল্যবান সম্পতি আৰু পবিত্ৰ বস্তু বুলি বিহুৰে সংক্ৰান্তিয়ে অৰ্চনা-বন্দনা কৰে। বহুত বুৰঞ্জী নষ্ট হোৱাৰ পাছতো এতিয়াও



অসংখ্য আহোম ভাষাত আৰু অসমীয়াত লিখা বুৰঞ্জী নানা ঘৰত আছে। যোৱা বছৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা প্ৰাগ-আহোম যুগ আৰু আহোম যুগৰ বুৰঞ্জী সমূহ আৰু তাৰ লগৰীয়া অন্যান্য নথি-পত্ৰ সংগ্ৰহৰ ডাঙৰ কাম এটি হাতত লৈছিল। আমিও সামান্য ধৰণেৰে তাৰ জৰিপৰ কামৰ দায়িত্ব লৈছিলো। প্ৰায় দুই তিনি মাহৰ ভিতৰতে অকল শিৱসাগৰ জিলাতে আহোম আৰু অসমীয়া ভাষাত লিখা আঢৈ কুৰি মান বুৰঞ্জী চাবলৈ পাইছিলো। অন্যান্য পুথিও বহুত চাইছিলো। সেই বিলাক কাহানিও ৰাইজৰ আগত ওলোৱা নাই। অসম ৰাজ্যিক বুৰঞ্জী আৰু পুৰাতত্ব বিভাগতো বোধ হয় তেনেকৈ গোটাই থোৱা ভালেমান সাঁচিপতীয়া বুৰঞ্জী আছে তাৰে কিছু অংশ ইতিমধ্যে প্ৰকাশ হৈ গৈছে। ধাৰাবাহিকৰূপে আৰু বৈজ্ঞানিক প্ৰণালীৰে স্বৰ্গদেউসকলৰ দিনৰে পৰা বুৰঞ্জী লিখাৰ যি নিয়ম হৈছিল তেনে ধৰণে বুৰঞ্জী লিখাৰ আভাস অসমত আগতে আমি এতিয়ালৈকে পোৱা নাই (৯)।

৺হেমচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ বুৰঞ্জীৰ পাতনিত লিখিছে যে, "কিন্তু আচৰিত মানিব লগীয়া কথা যে অসমৰ নিচিনা এখন দেশতো ১৩ শতিকাৰ পৰাই ধাৰাবাহিকৰূপে বুৰঞ্জী লিখা দস্তুৰ চলি আহিছে আৰু প্ৰায় তেতিয়াৰ পৰাই বৈজ্ঞানিকভাবে বুৰঞ্জী লিখা প্ৰথাও চলি আহিছে।" এই মতক কেবাজনো ইংৰাজ বুৰঞ্জী লিখকে সমৰ্থন কৰিছে।

(8) "The Buranjis are a direct product of the universal custom in vogue among the Tai race, the Shans, the Burmese, the Siamese and the Chinese of reducing all important things writing and they are profused and varied.

(Paper read in Historical conference by Dr. Bhuyan )

(9) "The Science of History was unknown to their early inhabitants of Assam and it is not like the Ahom invasion in 1228 A. D. that we obtain anything all approaching a connected account of the people and their rules" (E. A, Gait M 5 )

### অসমীয়াৰ অন্য দেশৰ বুৰঞ্জীৰ প্ৰতি হেপাহ ঃ—

সেই সময়ত অসমৰ মানুহে নিজৰ দেশৰ বুৰঞ্জী লিখিয়েই সন্তুষ্ট হৈ থকা নাছিল। মোগল, ব্ৰহ্মদেশ আৰু বঙ্গ মহাৰাষ্ট্ৰ দেশৰো বুৰঞ্জী লিখিছিল। (১০)

স্বৰ্গদেউ গদাধৰ সিংহৰ দিনত গুৱাহাটীৰ বৰফুকন গড়গঞা সন্দিকৈ বৰফুকনক স্বৰ্গদেৱে মহম্মদ আলি নামৰ মুছলমান পণ্ডিত এজনৰ পৰা মোগলৰ সম্পৰ্কে, তথ্য পাতি লৈ বুৰঞ্জী লিখিবলৈ কৈছিল। আমাৰ এতিয়া প্ৰকাশ হোৱা পাৎচা বুৰঞ্জীখনো মোগলৰ বিষয়ে অসমীয়াই লিখা বুৰঞ্জী। অন্য এখন অপ্ৰকাশিত বুৰঞ্জীত আছে "শকে ১৭২৯ মাশ আঘ্ৰণত ৺দেৱৰ আজ্ঞাৰে প্ৰতাব বল্লভ বৰফুকনে দোপদৰত লক্ষ কৰিছে।" এই বুৰঞ্জীৰ ৬৪ পাতত আছে, "সেই সময়ত সাজাহা বাদসাৰ বন্দীত পৰলোক হল। সোণৰ জকাত তেলেৰে ভাজি থলে। পাছো পটত নবহে মানে গোৰ দিব নাপাই এই কাৰণেহে থলে।" এই বুৰঞ্জী স্বৰ্গদেও কমলেশ্বৰ সিংহৰ দিনত লিখোৱা হৈছিল। ইয়াত জাহাঙ্গীৰ সাহজাহান আৰু আওৰেংজেবৰ দিনলৈকে পোৱা যায়। স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত ৰাজ আজ্ঞাৰে ৰত্ন কন্দলী আৰু অৰ্জ্জুন দাস কটকীয়ে ত্ৰিপুৰা বুৰঞ্জী লিখে। স্বৰ্গদেও চুতামফাৰ দিনত ৰাজঘৰীয়া বুৰঞ্জীলিখক আছিল মনোহৰ। ৺হেমচন্দ্ৰ গোস্বামী দেৱে তেখেতৰ অসম বুৰঞ্জীৰ পাতনিত লিখিছে, "লিখকে অসমীয়া ভাষাত লিখা বৰ্দ্ধমানৰ বুৰঞ্জী এখনি পাই তাক প্ৰকাশ কৰিবৰ অভিপ্ৰায়েৰে যত্নৰে সংগ্ৰহ কৰিছিল। কিন্তু বৰ বেজাৰৰ কথা পুথিখন তেওঁৰ হাতৰ পৰা ওলাই গৈ সি আৰু ঘূৰি নাহিল। এই বুৰঞ্জী খন বঙ্গীয় সাহিত্য সন্মিলনলৈ গৌৰীপুৰৰ ৰজা বাহাদুৰে নিছিল। তাতে হেৰাল আৰু এতিয়া সি পুৰণা বঙ্গীয় সাহিত্যৰ আসনত বহিলগৈ।

(10) 17th Century new Lights on Mogul India From Assamese Sourcese (Islamic Culture Hyderabad Dr. S. K. Bhuyan.)



আহোম সকলৰ সমসাময়িক ৰাজ্য বিলাকৰ যেনে, কছাৰী, কোচ, জয়ন্তীয়া, চুটিয়া, নৰা-মান্তৰা, মিকিৰ, মনিপুৰী আদিকে ধৰি ওচৰে-পাজৰে থকা থল পৰ্ব্বতৰ প্ৰায় থিনি জাতিৰে বুৰঞ্জী লিখাইছিল। সেই বুৰঞ্জী বিলাক আৰম্ভ কৰিছিল এনেভাবে "শ্ৰীকৃষ্ণায় নমঃ। কামৰূপৰ বিশ্বসিংহ ৰজাৰ বংশাৱলী নিৰ্ণয়।" "শ্ৰীকৃষ্ণায় নমঃ। জয়ন্তী ৰাজাৰ জন্ম কথা।" শদিয়া কোৰ্জকো দেশঃ চুটিকাবংশ ভীম্মোকঃ। ধাতুদ্ৰব্য তুলেভেনহত্বা জন পদানয়।" "শ্ৰীকৃষ্ণায়ে নমঃ ৰত্নকণ্ডলী অৰ্জ্জুন এই দুই কটকীএ লেখা ই ত্ৰিপুৰা দেশৰ কথা" ইত্যাদি। কিন্তু এই বুৰঞ্জী বিলাক সম্পূৰ্ণ নহয়। আমাৰ বিশ্বাস এনে ধৰণৰ অসমৰ বাহিৰৰো বহুত বুৰঞ্জী সেই সময়ত লিখা হৈছিল। অসমৰ সাত ৰজাৰ বুৰঞ্জীখনৰ মাত্ৰ এখনহে পাত দেখিবলৈ পাইছিলো। বুৰঞ্জীবিলাক খেলি মেলি অৱস্থাত থকাত আৰু লিখাৰ বিৱৰণ ভুল হোৱা বুলি ভাবি স্বৰ্গদেও গৌৰীনাথ সিংহই (১৭৮০-৯৫) তাক সংশোধন কৰি নতুনকৈ লিখিবলৈ বুলি নৰাপণ্ডিত আৰু অন্যান্য পণ্ডিতৰে এটা আয়োগ গঠন কৰি মগুৱাঙ্গলৈ পঠায় আৰু তাৰ শ্যাম বুদ্ধ ধৰ্ম্মাৱলম্বী পণ্ডিতৰ হাতৰ পুৰণা বুৰঞ্জী বিলাক আনি পৰীক্ষা কৰি অসমীয়াত নতুনকৈ লিখোৱায় (১১)।

(11) "The Gazetter of N. Barma says that until the reign of king Gaurinath Singha (1780-95) the Assamese annals had been very imperfectly kept and that the king, caused a commission of Nara astronomer and others learned persons to be deputed to Mogoung to Examine the histories of their race in possession of the Shan Buddhist priests of that place and to verfiy the annals brought in to the country by Chau-ka-pha. The examination completed, the comission re-wrote the Ahom history in Assamese and extended it backward from Sam-lung-phas conquest of Assam to the founding of first Shan capital on the Sweli river (M 14 A short note on the Tai).

অসমৰ শেষ ৰজা "শ্ৰীশ্ৰীমহাৰাজ পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ আজ্ঞাৰে কাশীনাথ শৰ্ম্মা তামুলী ফুকনৰ দ্বাৰা ৰচিত অসম বুৰঞ্জী। "বিশেষত স্বৰ্গদেও পুৰন্দৰ সিংহ আৰু তেওঁৰ বিষয়া ৰাধানাথ বৰবৰুৱাৰ তদাৰকত এই বুৰঞ্জী লিখা হৈছিল। ( কাশীনাথ তামূলী ফুকনৰ বুৰঞ্জী—বৃ···। )

সেই সময়ত বুৰঞ্জীৰ প্ৰতি মানুহৰ বৰ শ্ৰদ্ধা আছিল আৰু তাক অবজ্ঞা কৰিলে বা নষ্ট কৰিলে মানুহৰ প্ৰাণে নসহিছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই অজস্ৰ বুৰঞ্জী পুৰি নষ্ট কৰাত সেই খণ্ডতে ১৬৮৫ শকত তেওঁক আধাকটা কৰিলে।

বহুতে কয় যে অসম বুৰঞ্জীবিলাকত কেৱল ৰজা ভঙ্গা পতা, যুঁজবাগৰ, শান্তি আদিৰ কথাহে পাবলৈ আছে। কিন্তু আচলতে সেই কথা নহয়। এই বুৰঞ্জীবিলাক সংক্ষেপ অথচ সম্পূৰ্ণৰূপে সকলো কথা ফুতাই তোলা বিধৰ। ইয়াত বাহুল্য কথা নাথাকে। "কতো অতিৰঞ্জনৰ চেষ্টা নাই। কোনো সঁচা কথাকে গোপন কৰিবৰ চেষ্টা নাই। ৰজা ঘৰৰ অনেক চেকা লগা কথাও এই বুৰঞ্জীত খোলা খুলি ভাবে লিখা আছে ( অঃ বুঃপ্ৰঃদঃ হেম গোস্বামী )। বুৰঞ্জী-লিখাৰ তত্বাবধান লৈছিল উচ্চ পদস্থ বিষয়াসকলে। ইয়াৰ ওপৰত ৰজায়ো হস্তক্ষেপ নকৰিছিল। "বুপাপুথাওৰ দিনৰ ধৰণে পণ্ডিতে লেখিব। আত ৺দেৱে চুৰ চাব দণ্ড বন্ধ কৰিব নাপাই (অপ্ৰকাশিত বুৰঞ্জী)। এই বুৰঞ্জী বিলাক ধৈৰ্য্যেৰে পঢ়িলে তাতে ৰাজনীতি, যুদ্ধনীতি, সমাজনীতি, সংস্কৃতি, ভাস্কৰ্য্য, সাহিত্য, বেহা-বেপাৰ, শিল্প, ধৰ্ম্মনীতি, কৃষি, আমোদ-প্ৰমোদ, জ্যোতিষ, চিকিৎসা আদি সকলো বিষয়ৰে আভাস পাবলৈ আছে। শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাদেৱৰ দ্বাৰা সম্পাদিত মনিৰাম দেৱানতে ইয়াৰ প্ৰমাণ আছে। বুৰঞ্জীবিবেক-ৰত্ন লিখি মণিৰাম দেৱানে সেই সময়ৰ দেশৰ ৰাজনীতিৰ বাহিৰেও বহুত কথা লিপিবদ্ধ কৰি গৈছে। সেই দৰে বুৰঞ্জীৰ লগতে নানা পুথি লিখা হৈছিল। তাৰ ভিতৰত হাতীপুথি, ঘোঁৰানিদান, শেনৰ পুথি, নিৰ্ম্মাণ কাৰ্য্যৰপুথি, ৰণবিগ্ৰহৰ পুথি, পত্ৰকৌমুদি, শব্দকোষ ( অভ্ৰ ) চিকিৎসা



পুথি, জ্যোতিষ, গণিত, মন্ত্ৰকে ধৰি আৰু ভালেমান বিষয়ৰ পুথি দেখিবলৈ পোৱা যায়। এই পুথিবিলাকত মাজে মাজে বুৰঞ্জীৰো কিছু মূল্যবান কথা লিখি যায়। চাংৰঙ্গ ফুকনৰ বুৰঞ্জীত আন কথাৰ লগতে বদন বৰফুকনক ৰঙালে কটাৰ বিৱৰণ, কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত মনুষ্য বিক্ৰয় বিৱৰণ লিখি ৰাখিছে। বুৰঞ্জী পুথিখন আছিল নিৰ্ম্মাণ কাৰ্য্য সম্পৰ্কীয়। তেনেকৈ এখন বংশাৱলীত সৌমাৰ পৃষ্ঠভোগ কৰা সপ্ত ৰাজ্যৰ চৌহদৰ সীমা, বুলি ৰাজ্যবিলাকৰ ভৌগোলিক অৱস্থিতিৰ সম্পৰ্কে উল্লেখ আছে। এটি দুখৰ কথা নিবেদন কৰা হৈছে যে শিৱসাগৰৰ মেটেকা অঞ্চলৰ চাংৰুঙ্গ ফুকনৰ পৰিয়ালৰ স্বৰ্গেধৰ ফুকনৰ মগজুবিকৃত হোৱা সময়ত তেখেতৰ পৰা এজন লোকে বৰ মূল্যবান পুথি এখন হাত কৰিলে। সেইপুথিত পুখুৰী খন্দাৰ নিয়ম, ৰহঢলাৰ নিয়ম, য'খাৰ কৰাৰ নিয়ম, আলি গড়, ইটা কৰা, গড় মেৰোৱা, নাওশলী খনাকে ধৰি বহুত কথাৰ উল্লেখ আছিল। আমি কিছু কথাৰ টোকা ৰাখিছিলো। তেখেতে মানুহ-জনৰ নাম ধাম একো কব নোৱাৰিলে।

**বুৰঞ্জী উদ্ধাৰ কাৰকসকল** :—বুৰঞ্জীৰ চৰ্চ্চা ৰজাসকল থাকোতেই আমাৰ মানুহৰ আছিল। পৰাধীন হবৰে পৰা সেই স্পৃহা সমূলঞ্চে নাইকিয়া হৈছিল। আমাৰ দেশৰহে নালাগে ভাৰতৰ প্ৰায় ৰাজ-শক্তিবিলাকৰ, পৰ্ব্বতীয়া জাতিবিলাকৰ বুৰঞ্জী অনা-ভাৰতীয় সকলেহে লিখি গল ( ১২ )। বিশেষকৈ ইউৰোপীয়ান সকলে। সেই সকলৰ ভিতৰত প্ৰধানকৈ ডাঃ জন পিটাৰ ওৱেদ, কাপ্‌টান ওৱেলচ, হেমিল্টন, পেম্বাৰটন, গেইট, বাটলাৰ, ডেল্টন, উইলিয়েম গ্ৰীফচ, গৰ্ডন, হেনি, হাণ্টাৰ, ফ্ৰাঞ্চিচ, জেনকিন্স, আলেক্‌জেণ্ডাৰ, ৰবিনচন, মফাট্‌মিল্চ, নাথন ব্ৰাউন, কেপ্টেইন

(12) There was a time when the histories of India were written mostly by non-Indians who were also pioneers and leaders in historical an archeaological research" (Dr. A. S. Alteker)

ৰেচকৰ্ড, এলেন আদি বহুতে আন দেশৰ পুৰনা বিৱৰণ লিখি গৈছে। ইস্‌লাম দেশৰ পৰা ফাটিয়া-ই-ইব্ৰিয়া, তবকাৎ-ই-নাচিৰি, বাহাৰ-ইস্তান ই-ঘাইবি ইত্যাদি ঐতিহাসিক পুথি প্ৰকাশ হৈছে। আজি আমি এই লোকসকলৰ প্ৰতি কৃতজ্ঞতা জনোৱাৰ দিন।

এই বিলাক অনুসন্ধান কৰি সংৰক্ষণ আৰু চৰ্চ্চা কৰিবৰ কাৰণে ১৮৯৪ চনত অসমৰ চীফ কমিচনাৰৰ নিৰ্দেশত গেইট চাহাবে ৺গোলাপ চন্দ্ৰ বৰুৱা আৰু ৺হেম চন্দ্ৰ গোস্বামীক বুৰঞ্জী সংগ্ৰহ, অনুবাদ আদি কৰাৰ দায়িত্ব দিয়ে। ১৯১২ চনত কামৰূপ অনুসন্ধান সমিতি স্থাপন হৈ পুৰণা বুৰঞ্জী আৰু তামৰ ফলি আৰু অন্যান্য ভাস্কৰ্য্যৰ সম্বল সংগ্ৰহ কৰে। লগে লগে তাৰ প্ৰচাৰো হয়। ১৯২৮ চনত চৰ্কাৰৰ (৺নাৰায়ণী সন্দিকৈ স্মৃতিত) বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ খোলা হয়। এই অনুষ্ঠানৰ ৺ডাঃ সূৰ্য্য কুমাৰ ভূঞাদেৱ প্ৰাণ স্বৰূপ আছিল। তেখেতৰ দিনতে বহুত আহোম আৰু অসমীয়া বুৰঞ্জী সংগ্ৰহ কৰা হৈছিল। সেই বিলাকৰ পাঠ উদ্ধাৰ কৰি, সম্পাদনা কৰি ছপোৱাই ৰাইজৰ আগত দাঙি ধৰিছিল। তাতোতকৈ মহৎ কাম হল অসমৰ বুৰঞ্জীক দেশ-বিদেশত প্ৰচাৰ কৰি গৈছে।

আগতে বুৰঞ্জী চৰ্চ্চা কৰি, গবেষণা কৰি বুৰঞ্জী ভঁৰাল চহকী কৰি যোৱা সকলৰ প্ৰায় জনেই মৰিও দেৱতা হলগৈ। শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাকে ধৰি, পুৰণি বুৰঞ্জীবিদসকলৰ কেইজনমানহে এতিয়া আমাৰ মাজত আছে। তেখেত সকললৈ আমি শ্ৰদ্ধা নিবেদন কৰো।

বৰ্ত্তমান আমাৰ মাজত কেবাগৰাকীও বুৰঞ্জীবিদ আছে। তেখেত সকলৰ গবেষণামূলক গ্ৰন্থ [থিচিচ] প্ৰকাশ হৈ গৈছে। আমি তাৰ বাবে গৌৰব কৰো। বুৰঞ্জীমূলক কিতাপ পত্ৰ, বিশেষকৈ গধূৰ বিধৰ প্ৰবন্ধপাতি লিখি অনেক নজনা কথাৰ ভঁৰাল চহকী কৰি আছে। সেই সকলো বিলাকৰ নাম আৰু কাম ইয়াত লিখিবলৈ নহল। আগতে বুৰঞ্জীমূলক প্ৰবন্ধ আদি লিখকসকলৰ এখন তালিকা পুস্তক প্ৰকাশ হৈছিল। এতিয়াও তেনেকৈ বুৰঞ্জী,



বুৰঞ্জীমূলক অন্য পুথি, বুৰঞ্জীমূলক প্ৰবন্ধ আদি লিখা সকলৰ এখনি সম্পূৰ্ণ তালিকা পুস্তক প্ৰকাশ হোৱা উচিত। আমাৰ আলোচনী বিলাকত আজিকালি বুৰঞ্জীমূলক প্ৰবন্ধপাতি কমকৈ প্ৰকাশ পায়। বেচিভাগ লেখুৰৈ আৰু পঢ়ুৱৈ গল্প আৰু উপন্যাসৰ হল। এসময়ত আমাৰ আৱাহন কাকতখনিয়ে অসমীয়া সাহিত্যৰ এটি যুগ আনিছিল। সেই কাকতত নানা ধৰণৰ গবেষণামূলক বিষয়ৰ আৰু বুৰঞ্জীৰ চৰ্চ্চা বেচিকৈ হৈছিল।

আমাৰ বুৰঞ্জীৰ সম্পৰ্কে ভাৰতৰ জন সাধাৰণ নালাগে শিক্ষিত শ্ৰেণীৰ লোকেও একো নাজানে। যি কিখন ভাৰত বুৰঞ্জী সেইসময়ত ইংৰাজীতে লিখি স্কুল কলেজৰ বুৰঞ্জী শ্ৰেণীত চলোৱা হৈছিল, তাত অসমৰ কথা নাই। মিঃ হান্টাৰ চাহাবৰ ভাৰত বুৰঞ্জীত অসম সম্পৰ্কে মাত্ৰ ১০ শাৰী, স্মিথ্ চাহাবৰ বুৰঞ্জীত এটি ক্ষুদ্ৰ আধ্যায় আৰু ৰবিনচনৰ বুৰঞ্জীত অৱশ্যে বহলকৈ আছে। তাৰ বাহিৰে অন্য বিলাকত নাম গোন্ধেই নাই। এতিয়া চলা ভাৰত বুৰঞ্জীবিলাকৰ সম্পৰ্কে অৱশ্যে নাজানো। অসম বুৰঞ্জীৰ কথানো বাহিৰত কিমান জানে তাক দিল্লী, আগ্ৰা, ৰাজস্থান, পাটনা, কলিকতা বানাৰসত ফুৰিয়েই আমাৰ অভিজ্ঞতা লাভ হয়। আজিও আমাক মূৰ চিকাৰী দুৰ্দ্দান্ত পৰ্ব্বতীয়া বুলিহে প্ৰায় বিলাকে জানে। আমাৰ পাঠশালাৰ ছাত্ৰয়ো শিৱাজী, ৰাণাপ্ৰতাপ, নানক, ৰেজিয়াৰ কথা জানে। সেইফালৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰয়ো লাচিতফুকন, মূলাগাভৰু, শ্ৰীশঙ্কৰদেৱৰ কথা নাজানে। কাৰণ ভাৰতৰ অন্যপিনে আমাৰ ঐতিহ্য আৰু অন্যান্য গৌৰবময় কথাবিলাক পাৰ হব নোৱাৰা এখন অদৃশ্য চীনাৰ গড় আছে। তাত ঠেকা খাই আবৰ্জ্জনা মূলক কথা বিলাক ওপৰে উৰি যাব পাৰে আৰু ভাল বিলাক তাঁতে বৈ তেওঁ-লোকৰ জতুৱা হৈ পৰে। আমাৰ কীৰ্ত্তনখনিও পুৰাতন বাংলা সাহিত্যৰ আৰু শ্ৰীমন্ত মহাপুৰুষো সেই সকলৰ পুৰাতন বাংলা বৈষ্ণৱ কবি হলগৈ। আমাৰ উঠি অহা বুৰঞ্জীপ্ৰেমীসকলে আমাৰ পুৰণা কথাবিলাক সম্প্ৰতি সৰ্ব্ব ভাৰততে জনাই দিয়ক। পাচত

দূৰলৈ জনাব। নহলে আমাৰ কথা জনোৱা লোক কাষতে আছে। ৰম্যানি বীক্ষ্য কামৰূপ পট পঢ়িছেনে বাৰু ? মেখেলা পিন্ধা মাইকী পঢ়িছে ? সেই বিলাক অসমীয়া জাতিৰ সম্পৰ্কে গভীৰ গবেষণা কৰি লিখা গ্ৰন্থ আৰু অসমৰ বাহিৰত প্ৰচাৰ হৈছে। অসম সাহিত্য সভাইহে নালাগে অসমৰ প্ৰত্যেক গাৱঁৰে শাখা সাহিত্যবিলাকেই সেই কেইজন গৱেষকলৈ ডক্টৰেট উপাধি পঠিয়াই দিয়াৰ ব্যৱস্থা কৰক।

শ্ৰদ্ধেয় ৰাইজ কথাত কথা বাঢ়ি গৈছে ক্ষমা কৰিব। আৰু দুটিমান কথা কৈয়েই সামৰিম।

## বুৰঞ্জী চৰ্চ্চা :—

বুৰঞ্জীৰ চৰ্চ্চা তুলনামূলক হব লাগে। কেৱল, এঠাইৰ বুৰঞ্জী পঢ়ি তাৰ কথা ভাল পালে বা বেয়া পালে তাৰ ওপৰত সমালোচনা কৰাৰ আগতে সমসাময়িক দেশবিলাকৰ বুৰঞ্জীও অধ্যয়ন কৰিহে সমালোচনা কৰাজনক আচল বুৰঞ্জীবিদ বুলি কব পাৰি। বুৰঞ্জীৰ বতাহ পৃথিবীত সকলোতে একেদৰেই বয়। অতি সংক্ষেপকৈ দুটিমান উদাহৰণ দাঙ্গি ধৰিলো। আমাৰ অসমত স্বৰ্গদেও গদাধৰ সিংহৰ দিনত যেতিয়া বৈষ্ণৱ নিৰ্য্যাতন হৈছিল সেই সময়ত বা তাতোতকৈ কিছু আগত ফ্ৰান্সৰ ৰাজমাও কেথেৰিণৰ আদেশ মহাত্মা বাৰ্থোলোমিউৰ পৰ্ব্বৰ দিনা হাজাৰ হাজাৰ কৈ হিউগানেৰে ( খৃষ্টান সম্প্ৰদায় ) প্ৰাণ দণ্ড হৈছিল। সেই ১৫৭২ খৃঃ ২৪ আগষ্টৰ দিনা হোৱা হত্যাকাণ্ড বুৰঞ্জীত বাৰ্থোলোমিউৰ হত্যাকাণ্ড বুলি প্ৰখ্যাত। তেনেকৈ ইউৰোপ, এচিয়া আন কি ভাৰততো ধৰ্ম্মৰ নামত যুদ্ধ আৰু হত্যাকাণ্ড আৰম্ভ হৈছিল।

আকৌ ইংলণ্ডত ১৭৩৬ খৃঃ ভূত প্ৰেত ডাইনী দানৱ বুলি বিশ্বাস কৰি মতামাইকীকে লৈ, ৰাজঘৰৰ আদেশত নৱৈ লাখ মানুহক হত্যা কৰে। তেনেকৈ নাক কাণ কটা, চক্ষু উত্তোলন কৰা, শাস্তি কাশ্মীৰৰ ৰজা ললিতাদিত্যৰ পৰা ভাৰতৰ ৰাজ্যবিলাকত বহুততে



আছিল। সেই সময়ৰ স্বাধীন ৰাজ্যবিলাকৰ সম্পৰ্কে লিখা কথা ভালকৈ পঢ়িলেই পোৱা হয়।

আজি বিৰাট গণতন্ত্ৰৰ আৰু ব্যক্তি স্বাধীনতাৰ দিনৰ কথাক ৰাজতন্ত্ৰ কথাৰে তুলনা কৰিব নোৱাৰি। বুৰঞ্জী শুকান জেওৰা, তাত ৰস নাই। গতিকে ই একেবাৰে অপ্ৰয়োজনীয় বুলি কোৱা জনেও হয়তো নিজে ধৰিব নোৱাৰাকৈ বুৰঞ্জী সৃষ্টি কৰি গৈছে বা যাব। আৰু এটা কথা বুৰঞ্জীয়ে সদায় পুনৰাভিনয় কৰে। গতিকে বুৰঞ্জী চিৰকাল থাকিব, কাৰণ ইয়াৰ প্ৰয়োজন আছে।

## বুৰঞ্জীৰ সংহতি :—

গত গুৱাহাটী সৰ্ব্বভাৰতীয় বুৰঞ্জী সন্মিলনীত ভূতপূৰ্ব্ব ৰাজ্যপাল শ্ৰীনাগেশে কৈছিল যে যদি সৰ্ব্বসাধাৰণৰ কাৰণে বুৰঞ্জীৰ কিবা অৰ্থ হব লাগে তেন্তে সি হব লাগিব অভিজ্ঞৰ অভিজ্ঞতা লৈ, শিক্ষা লৈ, বৰ্ত্তমানত নতুন বিশ্বাসত অনুপ্ৰাণিত হৈ কামত আগ বাঢ়ি যাব আৰু ভবিষ্যতলৈ নতুন আশাৰ সঞ্চাৰ কৰিব। বুৰঞ্জীয়ে সৰ্ব্ব-সাধাৰণক ঐক্য আৰু সংহতিৰ জ্ঞান দিব, যাৰ পৰা জাতি গঠনত সুগম হয়। স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত বঙ্গ বিজয়ৰ অভিযানৰ সময়টোলৈ মন কৰিব। অসমীয়া ৰজাসকলে জাতীয় সংহতিৰ অৰ্থে কৰা কামবিলাক বুৰঞ্জীৰ গৰ্ভত চালিব জাৰিব জানিলে বহুত পাব। "আমাৰ ৰজাৰ জাতত তোলা প্ৰাৰ্থীৰ গুণত বহুত নগা, অসমীয়া মানুহৰ খেলত নিৰহ নিপানী অসমীয়া হৈ খিলনজীয়া ৰূপে ৰৈ যায়।" ( বুঃ সঃ অভিভাষণ শ্ৰীবেণুধৰ শৰ্ম্মা )। সেই সময়ত সংহতি ৰক্ষাৰ হেতু মৰাণ, বৰাহী, নগা, মিৰি, গাৰো, মণিপুৰীয়া, খাচী-জয়ন্তীয়া, মিকিৰ, নৰাশ্যাম, ভোট, নেপাল আনকি মুছলমানকো বৈবাহিক সূত্ৰত আবদ্ধ কৰি বিষয়বাব দি জাতত তুলি লৈছিল। ৺হিতেশ্বৰ বৰবৰুৱা দেৱৰ হাতে লিখা গৱেষণামূলক বুৰঞ্জীখনি কেনেবাকৈ প্ৰকাশ পালে এতিয়া আমি তৈয়াৰ হোৱা অসমীয়া জাতিটোৰ ক'ৰ তেজ কলৈ গৈছে ধৰিব পাৰিম। এবাৰ স্বৰ্গদেও গদাধৰ সিংহই

খলা চিকুনাই নিজে আগত থাকি চাউদাঙৰ হতুৱাই ৰন্ধাই ৰৰভোজ এটা পাতি সকলো সম্প্ৰদায়ৰ অসমীয়া এটা চক্ৰ কৰি এক জাত কৰিব খুজিছিল। ইয়াত দূৰদৰ্শিতা আছিলনে অদূৰদৰ্শিতা আছিল কব নোৱাৰো। সেই সময়ত একে চক্ৰতে সকলোৱে খালে যদিও আজি ৪০০ বছৰৰ মূৰত চাৰি হাজাৰটা চক্ৰ হলগৈ। অৱশ্যে একেটা চক্ৰতে খালে নাইবা বৈবাহিক সূত্ৰই যে অকল সংহতি আনিব এনে নহয়। এইয়া ৰজাৰ মন।

## ভাষা আৰু সাহিত্যত বুৰঞ্জী ঃ—

অসমীয়া ভাষা আৰু সাহিত্যত ইয়াৰ অৱদান কি তাকো চমুৱাই চোৱা যক। আজিও আমি গাবেঁ-ভূঞে যি নিপানী অসমীয়া ভাষা ব্যৱহাৰ কৰি আছো তাক আজি শ শ বছৰ ধৰি বুৰঞ্জীত ব্যৱহাৰ কৰি আহিছিল। খাচ ঘৰুৱা ভাষাত বুৰঞ্জী লিখাত অসমে ভাৰতৰ ভিতৰত প্ৰথম স্থান লাভ কৰিব। সেই সময়ত কাশ্মীৰত বুৰঞ্জী সংস্কৃতত লিখা হৈছিল। ডাঃ ভূঞাই তেখেতৰ তুংখুঙীয়া বুৰঞ্জীৰ পাতনিত লিখিছে—"অক্লান্ত পৰিশ্ৰম সাপেক্ষে চিন্তা প্ৰতিযোগিতা সমাকুল দায়িত্বপূৰ্ণ ৰাজকাৰ্য্যৰ মাজতো মন্ত্ৰী প্ৰৱৰ শ্ৰীনাথ দুৱৰা বৰবৰুৱাই অসমৰ বোল মাংৰ উদ্যোগ পৰ্ব্বৰ এনে এটি নিৰ্ভুল চিত্ৰ; আৰু নিজ মাতৃ ভাষাৰ নিভাজ আৰু উন্নত চানেকি অঙ্কন কৰি দেশবাসীক দান কৰি যাব পাৰিছে। সেই বাবে তেওঁ অসমীয়াৰ যুগময়ী আন্তৰিক কৃতজ্ঞতাৰ পাত্ৰ। যি কালত প্ৰতিবেশী বঙ্গীয় সাহিত্যিক প্ৰণোদিত আৰু অনুপ্ৰাণিত কৰিবলৈ কোনো স্বাধীন ৰজা, ৰাজ বিষয়া আৰু সৈন্য সেনাপতি কাৰ্য্যকলাপৰ অস্তিত্ব নাছিল সেই কালত অসমীয়া জাতিৰ পৰা এনে প্ৰাণময় বিচিত্ৰ ৰাজঘৰীয়া গদ্য সাহিত্যৰ উদ্ভৱ হৈছিল।" এই ভাষাই সেই সময়ত ৰাজঘৰীয়া ভাষা হৈছিল আৰু লগে লগে পৰ্ব্বতীয়া ৰাজ্য বিলাকতো ইয়াক সিবিলাকৰ বিভিন্ন ভাষাৰ মাধ্যম স্বৰূপে চলাইছিল। আৰু আজিও অসমৰ পশ্চিম ফালৰপৰা যিমানেই 'লু' (গৰম বতাহ)



নবলক লাগে সৰ্ব্বসাধাৰণ পৰ্ব্বতীয়া ৰাইজে সেই ভাষাৰেই চলিছে (১৩)। সেই সময়তে খাচ অসমীয়া ৰজাসকলৰ ৰাজ্যত, কোচবিহাৰ, কাছাৰ, জয়ন্তীয়াত পাছৰ ৰজাসকলৰ দুৰ্বুদ্ধিতাত অসমীয়া ভাষা তাৰ পৰা পলাই কামৰূপৰ সীমা পালেহি। এইখিনিতে মন কৰিবলগীয়া কথা হল যে নামনি বঙ্গদেশ সাগৰৰ তলত থকা অৱস্থাতে ইয়াৰ উত্তৰ অংশৰ কিছু অংশ লৈ বৃহৎ কামৰূপ ৰাজ্যত অসমীয়া গদ্য সাহিত্যৰ জন্ম হৈছিল। কথা গীতা, কথা ভাগৱতেই তাৰ সাক্ষী দিব। "অসমীয়া জাতীয় বুৰঞ্জীত ইমান বোৰ ৰোমাঞ্চকৰ সত্য ঘটনা আছে সি নিজ গুণেই উদ্দীপনা-মূলক তাত কল্পনাৰ ৰহন সানি পদ্যমৰ পাহিত ৰূপ চৰাবলৈ যোৱাৰ সকাম নাই" (বুৰঞ্জীৰ বাণী)। বুৰঞ্জী বিলাকৰ গৰ্ভত নীতি জ্ঞান, ৰাজনৈতিক উপদেশ, চলাহিকূট নীতিৰ কথা, যোজনা ফকৰা, শাস্ত্ৰীয় বচন বহুত আছে। সেইবিলাক আজিৰ যুগতো খাপ খায়। মোগলৰ লগত ৰণ লগাৰ আগতে আতন বুঢ়াগোহাঁয়ে ৰজাক যি কেইষাৰ কথা কৈছিল ভাৰতৰ ভূতপূৰ্ব্ব প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰুৱেও চীনাৰ আক্ৰমণৰ আগতে ভাৰতবাসীক তেনে ধৰণেই কৈছিল। বুৰঞ্জীত থকা ঘৰুৱা পুৰণা শব্দবিলাকৰ এখনি শব্দকোষ প্ৰণয়ন কৰা প্ৰয়োজন হৈছে।

**বুৰঞ্জী নষ্ট হোৱা ঃ**—সম্প্ৰতি দেশৰ অসংখ্য বুৰঞ্জী দিনে দিনে লোপ পাবলৈ ধৰিছে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ বুৰঞ্জী দাহ যজ্ঞৰ উপৰিও সেই সময়ত মোগল, মোৱামৰীয়া, মানৰ বিভ্ৰাটত বহুত বুৰঞ্জী ধ্বংস হল আৰু বহুত অসমৰ বাহিৰলৈ গল। বিশেষকৈ কোম্পানীৰ আমোলত দূৰ দেশলৈ দেশান্তৰিত হল। চাহ বাগিচাৰ

(13) "It may be news to many that Ahoms were the first to make Assamese the Court language of Assam as is evidenced from deed of gifts of land, deed of sale of slaves and from the court Judjgments" (E. A. Gait)

চাহাবকে ধৰি পাছৰ্ৱী চাহাবসকলে চৰ্কাৰৰ হৈ (কোম্পানীৰ) বুৰঞ্জীও সংগ্ৰহ কৰাৰ প্ৰমাণ আছে। মান ভগনৰ সময়ত বহুত অসমীয়া মানুহ মান দেশলৈ ভাগি গল আৰু লগত বহুত বুৰঞ্জী লৈ গ'ল। ৺পূৰ্ণানন্দ বুঢ়াগোহাঁই (ধেমেচি নিবাসী) ব্ৰহ্মৰ দেশত বহুত বছৰ আছিল গৈ। তেখেতে তাত অসমীয়াৰ গাওঁ আৰু অসমীয়া বুৰঞ্জী, ধৰ্ম্মপুথি আদি পোৱাৰ কথা আমাক কৈছিল। সেই সময়ৰ ইংৰাজ কেম্পানীৰ শাসন কাৰ্য্যৰ কেন্দ্ৰস্থল কলিকতাত সেই যুগৰ অসংখ্য ৰজাঘৰীয়া নথি-পত্ৰ, বুৰঞ্জী গোট খুৱাইছিল। আজি সেইবিলাক পুৰণা বাংলা সাহিত্যলৈ ৰূপান্তৰিত নোহোৱাকৈ থকা নাই। বানপানী, অগ্নিকাণ্ড, কলাজ্বৰ আদি দুৰ্ঘটনাতো ভালেমান নষ্ট হৈ গল।

১৮৪০ চনত শিৱসাগৰ কছাৰি ঘৰত জুই লাগি বহুত নথিপত্ৰ, বুৰঞ্জী তামৰ ফলি ভস্মীভূত হয়। তেনেকৈ গুৱাহাটীৰ কাছাৰিতো পুৰণা নথিপত্ৰ উই পোকৰ মুখত নষ্ট হল বুলি পুৰণা লোক সকলে কয়। আমাৰ গাওঁলীয়া অঞ্চলত আগতে, যেতিয়া পৰিয়াল ফাটে আৰু সম্পত্তিৰ ভাগ বটোৱাৰা হয় তেতিয়া পুথিখনো পাতৰ সংখ্যা অনুপাতে ভাগ হয়। বহুতৰ ঘৰৰ ঘাই মানুহ ঢুকালে নৈত পুথিবোৰ উটাই দিছিল। নতুবা গুৰু ঘৰত অৰ্পণ কৰিছিল। নৈৰ পৰা কেবাখনো পুথি উদ্ধাৰ হোৱা আমি নিজে দেখিছো। আগতে দুটা দৃষ্টান্ত দিয়া হৈছেই যে অনেক লোকে আনৰ কথা কৈ সৱল মানুহৰ পৰা বুৰঞ্জী হস্তগত কৰি, নিজৰ কৰি বাহিৰৰ পোহৰ নেদেখা কৰিলে। এতিয়াও তেনে লোক আছে।

## বুৰঞ্জীৰ প্ৰতি কৰ্ত্তব্য—

সেই কাৰণে এতিয়া আমাৰ কৰিব লগীয়া কাম হৈছে বুৰঞ্জী সমূহ আৰু নষ্ট হবলৈ নিদিয়াতো। সকলো বিষয়কে সামৰি লৈ এখন বহল আৰু বৈজ্ঞানিক মূলক বুৰঞ্জী আমাক লাগে। বিশ্ব-বিদ্যালয় বিলাকত এই সম্পৰ্কে আৰু বেচি গবেষণা লাগে। এটি



চহকী পুথিভঁৰাল, গবেষণাৰ অধ্যাপক, গবেষণাৰ পথ প্ৰদৰ্শক বিশ্ববিদ্যালয়ত প্ৰয়োজন। গবেষকসকলে সংস্কৃত, পালি, প্ৰাকৃত, পাৰ্চি, আহোম, বড়ো আদি ভাষা শিকিব লাগে। বিদেশৰ বিভিন্ন অংশৰ পৰা বুৰঞ্জী আৰু বুৰঞ্জীৰ সমলবিলাক ঘূৰাই অনাৰ ব্যবস্থা লব লাগে। পোৰামাটি আৰু শৈল্য কলাৰ বা অন্যান্য ভাস্কৰ্য্যৰ সম্পৰ্কে আমাৰ মানুহক শিক্ষা দিয়াৰ ব্যৱস্থা হোৱা নাই। সেই বিলাকৰ বিষয়ে অধ্যয়ন কৰি জ্ঞান আহৰণ নকৰাকৈ মাটিৰ তলত ভগা মাটি পাত্ৰ এটি পাই নতুবা শিলৰ মূৰ্ত্তি এটি পাই আমুক শতিকাৰ তামুক শতিকাৰ বুলিলে কোনেও সেই কথা গ্ৰহণ নকৰে। গুৱাহাটীৰ আমবাৰীৰ খনন কাৰ্য্যত আমি পেপুৱা লাগিছো। বাহিৰৰ পৰাহে মানুহ আহি কিবা এটা কৈছে। এই খিনিতে বিখ্যাত অৰ্কিয়লজিষ্ট মিঃ ডি এইচ গৰ্ডন চাহাবৰ এটি কথালৈকো মন কৰিব লগীয়া। "Almost all interpretation of the archaeological materials of these early times is in fact speculative and few and far between." আমি প্ৰায়বোৰেই সাঁচিপাতত থকা পুৰণা অসমীয়া আখৰকে মাতিব নোৱাৰো। সেই বিলাকৰো শিক্ষা লব লাগে। বুৰঞ্জীত বিজৰিত হৈ থকা নামবিলাক তদ্ৰূপ সংৰক্ষণ কৰিব লাগে। লালুক সোলা নিমাতী বৰ ফুকনৰ দক্ষিণ পাটলৈ অহা যোৱা কৰা ঘাটটো নিমাতি ঘাটৰ পৰিবৰ্ত্তে নয়ামাটি বা নিউমাতি ঘাট, গুৱাহাটীৰ বন্দৰ বৰফুকনৰ ভাৰ্য্যা বাউলি বা বাউনী গাভৰুৰ মৈদাম থকা ঠাইক বাওনী মৈদামৰ ঠাইত বামনা ময়দান, বামুণী মৈদান বুলিলে গুৰি কথাৰ পুং কত থাকে? সেই দৰে এসময়ত একোজন বুৰঞ্জী যুগৰ মানুহে কৰি যোৱা মহৎ কাম, যেনে আলি-পুখুৰীৰ পুৰণা নাম গুচাই কোনোবা এজন এতিয়াৰ দেশভক্ত বা সমাজ সেৱক বা নেতাৰ নামত উৎসৰ্গা কৰিলে এৰেহা দিয়াৰ দৰে নহয় জানো? সেই সকলৰ কাৰণে নতুন বস্তু আমি দিব নোৱাৰোনে কি? এইবিলাক কামত অজস্ৰ ধন লাগে সঁচা। ধন কিন্তু পাবলৈ টান নহলেও অজস্ৰ মন পাবলৈহে নাই। অজস্ৰ ধন পায়ো, খৰচ

কৰিও জয়সাগৰৰ জয় দল প্ৰাঙ্গনত চিত্তবিনোদন উদ্যান কৰিবলৈ লোৱা কামৰ নমুনা আজিয়েই গৈ চাই আহকগৈ। অসমীয়া ল'ৰাই আৰ্কিয়লজিকেল বিভাগৰ শিক্ষা লবলৈ নাযায় নতুবা লবলৈ সুবিধা নাপায়। চৰকাৰৰ এই বিষয়ে চকু থকা উচিত।

আমাৰ সত্ৰ সভাবিলাকত অসমীয়াৰ সংস্কৃতি বুৰঞ্জী বহুত সোমাই আছে। অত ত'ত জহি খহি যোৱা মঠ, মন্দিৰ, গড়, নাওশলী মৈদাম আদিৰ ওপৰত প্ৰকৃতিৰ আৰু মানুহৰ আক্ৰমণ নিৰ্বিবাদে চলি আছে। ধ্বংশৰ গৰা খহনিয়াৰ পৰা সেই বিলাকে চিয়ঁৰি চিয়ঁৰি কৈছে, "আমিও পুৰণা কথা কব পাৰিম, আমাক ৰক্ষা কৰক"। আমাৰ ৰাজ্যিক সংৰক্ষণ বিভাগে সেই বিলাকৰ তালিকা সোনকালে প্ৰস্তুত কৰি সংৰক্ষিত কীৰ্ত্তি চিহ্ন বুলি একোখনি চৰ্কাৰী ফলি ৰখাৰ ব্যৱস্থা লওক। উঠি অহা ডেকাসকলে উইলীয়েম পিট, আলেকজেণ্ডাৰ, শিৱাজী, নানক, শঙ্কৰাচাৰ্য্যৰ বিষয়ে পঢ়ি জনাৰ লগে লগে লাচিত বৰফুকন, মূলা গাভৰু, মহাপুৰুষ শঙ্কৰদেৱৰ সম্পৰ্কেও বহল ভাৱে জানি লওক। লোকক দোষ দিলেই নহব।

সুধিবৃন্দ! ইমান'পৰে আৰচিগা চুলি তাৰ চিগা চুলি বুটলি নেঘেৰী খোপা বান্ধিলো। অলপ হেঁচোকতে তপামূৰ ওলাই পৰিব। সেই বাবে ৰক্ষা কৰে যেন। অভ্যৰ্থনা সমিতিৰ সদস্যসকল আপোনা-লোকে অতদিনে আমাৰ মুখত ভাত মাছ দিছে আৰু আমি আপোনালোকৰ কাণত শোকোতা খাৰপচলা দিছোঁ। সকলো তিতাকেহা মৰিষণ কৰিব।

বুৰঞ্জীৰ গুৰুসকল! আপোনালোকতে শিকি আপোনালোকতে বেচিছো। আকৌ অৰ্জুনে যেনেকৈ গুৰু দ্ৰোণাচাৰ্য্যত শিকি লৈ সেই গুৰুকে শৰাঘাত কৰিছিলময়ো তেনে কিবা কৰিছো যদি ক্ষমা কৰিব। অৰ্জ্জুনৰ শৰে পাছে প্ৰথমতে দ্ৰোণাচাৰ্য্যৰ চৰণহে চুইছিলগৈ।



মোৰ অসংখ্য ভুল ভ্ৰান্তি; অহংভাৱ সম্পন্ন বাক্য বা কথা নিজগুণে মৰিষণ নকৰিলে কস্মিন কালেও দোষৰ পৰা মুকলি নহম। সকলোলৈকে সেৱা জনাই সমাপ্ত কৰা হৈছে।

ইতি—

শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ
সভাপতি
বুৰঞ্জী শাখা

১৫ ফেব্ৰুৱাৰী, ১৯৭০ চন

# কবি-সন্মিলনৰ সভাপতিৰ অভিভাষণ

কবি সন্মিলন কবি সন্মিলন নহয়; দৰাচলতে ই কবি আৰু শ্ৰোতাৰ সন্মিলনহে। ইয়াত কবিসকলে কবিতাৰ বিষয়ে কথা নাপাতে, যিদৰে মৌজাদাৰ সন্মিলনত সমূহ মৌজাদাৰে মৌজা চলোৱাৰ বিষয়ে কথা পাতে। কবিতাৰ আলোচনা কৰা সভা-বোৰত কবিৰ প্ৰয়োজন নাই। তেওঁলোকৰ ছপা বা হাতেলিখা কবিতাবোৰ পালেই হ'ল আলোচক-সমালোচকসকলে। কবি সন্মিলনত কবিসকলে নিজৰ কবিতা পঢ়ি শুনায় ৰসগ্ৰাহী শ্ৰোতা-সকলক। এই সন্মিলনত কবি আৰু শ্ৰোতা—এই দুটা পাৰৰ সংযোগ সাধন কৰে কবিতাৰ সেতুৱে; কথাৰ আলিবাটে নহয়। প্ৰকৃততে কবি আৰু শ্ৰোতাৰ আত্মিক মিলনটোহে কবিতাৰ প্ৰকৃত কবিত্ব। "একাকী গায়কের নহেতো গান। গাহিতে হবে দুই জনা।" কাণৰ ভিতৰেদি গৈ মৰম পৰশ নকৰালৈকে কবিতা কবিতা নহয়। কবিতাত উচ্চাৰিত বাণীৰ ৰূপত ভাৱে ধৰা দিয়ে। সেই বাণীৰ বাহক হ'ল বতাহ, তাৰ গ্ৰাহক যন্ত্ৰ হ'ল কৰ্ণেন্দ্ৰিয়, দৰ্শনেন্দ্ৰিয় নহয়। সেইবাবে ছপাৰ নিৰ্ব্বিকাৰ আখৰত, যিমানেই বিচিত্ৰ ৰূপত সজোৱা নহওক লাগিলে, পংক্তি বা শব্দ বা আখৰ-বোৰত কবিতা নাথাকে—থাকে বাণীত, ধ্বনিৰূপত। নীৰৱ পঠনৰ সময়তো মনৰ কাণত সেই ধ্বনিবোৰে গুঞ্জন কৰি উঠে। সেই মানসিক গুঞ্জন দৰাচলতে কণ্ঠস্বৰত গুঞ্জনৰেই প্ৰতিভূ।

অনাখৰী যুগৰপৰা চলি অহা কবিতাৰ এই বাণীময় ৰূপটো সাক্ষৰতাৰ যুগত কিছু মোলান পৰি আহিছিল।

চকুৰে কৰা নীৰৱ পঠনৰ গঁৰিলা লৈ কবিতাৰ প্ৰকৃতিয়েও অ'ত ত'ত ৰূপ সলাবলৈ আৰম্ভ কৰিছিল। কিন্তু মুদ্ৰাকৰৰ কবিতাবোৰ যিবোৰ বৈশিষ্ট্য চকুত পৰে সেইবোৰো প্ৰকৃততে উচ্চাৰণ কৰিবলগীয়া বাণীৰ সংকেতৰ বাহিৰে আন একো নহয়। কবি সন্মিলনে কবিতাৰ



এই বাণীময় ৰূপটোকে আকৌ সংস্থাপন কৰিব খুজিছে। পঢ়া কবিতা আৰু শুনা কবিতাৰ আপাতঃ দৃষ্টিৰ পাৰ্থক্যটো প্ৰণিধান কৰিবৰ সময় আহিছে।

চকুৰে পঢ়া কবিতা এটাৰ মৰ্ম্ম উপলব্ধি কৰাৰ এটা সুবিধা হ'ল এয়ে যে কবিতাটি বাৰে বাৰে পাঠ কৰিব পাৰি। কবি বা আনৰ কণ্ঠস্বৰত তাৰ আবৃত্তি শুনিলে এবাৰতেই তাৰ মৰ্ম্মত প্ৰৱেশ কৰিব পাৰিলেই পাৰিলে, নোৱাৰিলে নাই। এবাৰ পঢ়া কবিতাটোৰ যি ৰস, দ্বিতীয়বাৰ পঢ়োঁতে সেই একে ৰসকে উপলব্ধি কৰা যায় নে নাযায়, সেইটো বেলেগ সমস্যা। কিন্তু এই সূক্ষ্ম পাৰ্থক্য বাদ দিলেও কবিতা এটা বাৰে বাৰে শুনাৰ সুযোগ বা সম্ভাৱনা বৰ কম থাকে। ইয়াৰ সমাধান কৰোঁতে আধুনিক জগতত এটা ব্যৱস্থা সম্প্ৰতি সুপৰিচিত। ভাল লগা গীত এটা বা যন্ত্ৰ সংগীতৰ কোনো এটা ৰচনা যান্ত্ৰিক ৰক্ষণ আৰু পুনৰ্ধ্বনিত কৰাৰ ব্যৱস্থাৰ যোগে যেনেকৈ বাৰে বাৰে শুনিব পাৰি তেনেকৈয়ে কবিতাবো কিতাপ ওলোৱাতকৈ ৰেকৰ্ড ওলোৱাই বাঞ্ছনীয়। কবিতাৰ কিতাপ অৱশ্যে থাকিব, কিন্তু সি হ'ব উচ্চাৰিত কণ্ঠস্বৰৰ পৰিপূৰকহে, স্বেমহিম্নি নহয়। কবিতাৰ প্ৰকৃত ৰূপ আৰু শ্ৰোতাৰ সহজ আৰু ঘনিষ্ঠ সম্বন্ধ এইদৰেই স্থাপিত হব বুলি আশা কৰিব পাৰি। তাৰ আগলৈকে ছমাহে বছেৰেকে এইদৰে কবি-সন্মিলনী পতাৰ বাহিৰে কবি আৰু শ্ৰোতাৰ সংযোগৰ আন উপায় নাই। পৃথিৱীৰ বহুতো উন্নত ভাষাত, এই ধৰণৰ কবিতাৰ বাণীবদ্ধ ৰূপ কবিতা জনপ্ৰিয় কৰি তোলাৰ মাধ্যম হিচাবে জনপ্ৰিয় হৈছে। অসমলৈকো সেইদিন নাহিবনে?

শুনিবৰ কাৰণে ৰচিত কবিতাবিলাকে, স্বাভাৱিকতে কবিতাৰ কিছু ৰূপ পৰিবৰ্তন কৰিব। ভাৰতৰ যিবোৰ অঞ্চলত কবিতা পাঠৰ ঐতিহ্য এতিয়াও প্ৰচলিত সেইবোৰ ভাষাৰ কবিতাৰ এটা বৈশিষ্ট্য সততে লক্ষ্য কৰা যায়। সেইটো হ'ল গানৰ অস্থায়ীৰ দৰে কেইটামান পংক্তি সততে দোহৰা হয়। এটা পৰিকল্পিত সময়ৰ পিছে

পিচে শ্ৰোতাৰ কাণ সেই পুনৰুক্ত ধ্বনি বৈচিত্ৰ্যৰ কাৰণে আগ্ৰহান্বিত হৈ উঠে। দ্বিতীয় এটা বৈশিষ্ট্য স্বাভাৱিকতেই হ'ব; এই কবিতাবোৰ দৈৰ্ঘ্যাই এটা প্ৰায় সুনিৰ্দ্দিষ্ট ৰূপ ল'ব। বৰ চুটি কবিতা হ'লে শ্ৰোতাসকল সন্থম হোৱাৰ আগতেই কবিতাটি শেষ হৈ যাব আৰু শ্ৰোতাই তাৰ ৰস উপলব্ধি কৰিব নোৱাৰিব। বৰ দীঘলীয়া হ'লে স্বাভাৱিকতে শ্ৰোতাক আমুৱাব। অৱশ্যে এইবোৰ ভৱিষ্যদ্বাণী নহয়। এতিয়ালৈকে দেখা বা শুনা কবি-সন্মিলনসমূহৰ ভিত্তিতহে কোৱা হৈছে। বাণীবদ্ধ কবিতাৰ প্ৰচলনে কবিতাৰ এই সীমাবদ্ধতা বহু দূৰ আঁতৰাব পাৰিব। তাৰ লগে লগে অৱশ্যে আমাৰ আবৃত্তি-কলাৰ উন্নয়নৰ কাৰণে চেষ্টা কৰিব লাগিব। অতি নাটকীয় বা অনুভূতি-প্ৰকাশ বৰ্জিত আবৃত্তিৰ ঠাই ল'ব লাগিব প্ৰকৃত প্ৰকাশধৰ্ম্মী আবৃত্তি পদ্ধতিয়ে।

কবি-সন্মিলনৰ উদ্দেশ্য অৱশ্যে কবিতা শুনাই নহয়, কবিসকলক দেখা আৰু তেওঁলোকৰ কণ্ঠস্বৰ যিমানেই কৰ্কশ নহওক লাগিলে,—শুনা।

এইটোৰ এটা সামাজিক গুৰুত্ব আছে। কবিও যে সমাজৰ এজন আৰু সমাজেও যে কবিৰ মাজত থকা মানুহজনকো আপোন বুলি ভাবে—তাৰেই নিদৰ্শন এই কবি-সন্মিলনবোৰ। আমাৰ নিজৰ দেশত আৰু বিদেশতো সভাগৃহৰ সকলো গুঞ্জন স্তব্ধ কৰি কবিৰ কণ্ঠ অনুৰণিত হোৱা শুনিছোঁ। গায়কক চিনাকী চিনাকী গান গাবলৈ অনুৰোধ কৰাদি কবিকো পৰিচিত কবিতা, মাতি শুনাবলৈ বাৰে বাৰে অনুৰোধ কৰা শুনিছোঁ। তেতিয়াই ভাবিছোঁ কবি আৰু কবিতা কোনোটোকেই এৰি সমাজ থাকিব নোৱাৰে আৰু সমাজৰ অবিহনে কবিৰো সাৰ্থকতা নাই। বহুতো ক্ষেত্ৰত এই সমাজ অনাগত, বহুতো ক্ষেত্ৰত বৰ্তমান। সেইদৰে বহুত সমাজৰ কবি এতিয়াও সৃষ্ট হোৱা নাই আৰু বহুতো সমাজৰ কবিৰ কণ্ঠ যেন একক কোৱাছৰূপে স্বীকৃত হৈছে।

১৫ ফেব্ৰুৱাৰী, ১৯৭০ — নৱকান্ত বৰুৱা



সাংস্কৃতিক অধিবেশনৰ সভাপতি
নটসূৰ্য্য ফণী শৰ্ম্মা



অভ্যৰ্থনা সমিতিৰ সভাপতি
শ্ৰীচন্দ্ৰকান্ত বৰকাকতী

## সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ অভিভাষণ

# দুস্কৃতিক নাসি সৰ্ব্বদেশত সৰ্ব্বকালতেই সংস্কৃতিক উদ্ধাৰ কৰোতা

কলানুৰাগী ৰাইজ—

মোৰদৰে এটি অজ্ঞ অধমক বিজ্ঞজনৰ এই সমাৰোহত সভাপতি পাতি আপোনালোকৰ শাৰীত তুলিবলৈ এই ক্ষুদ্ৰাতিক্ষুদ্ৰৰ প্ৰতি দেখুওৱা আপোনালোকৰ স্নেহত মই অভিভূত। বুকুত এবুকু সঙ্কোচ লৈ আহি মধুসূদন স্মৰি তেৰাসকলক স্মৰণ কৰিছো মনত বল পাবলৈ, বুকুত সাহ লভিবলৈ। স্মৰণ কৰিছোঁ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰক মাধৱক। যি শঙ্কৰে কুকুৰ চণ্ডাল গৰ্দ্দভৰো অন্তৰত পবিত্ৰ আত্মাৰ সন্ধান পাই প্ৰণাম জনাই গৈছে, এটা জাতিয়ে "এয়া চোৱা আমাৰো আছে" বুলি গৰ্ব্ব কৰিব পৰা সকলো সম্পদ মেটমৰা ভঁৰালত এভঁৰালকৈ সোণ-ৰূপ মণি মৰকত মুকুতাৰে ৰচি অসমীয়ালৈ সাঁচি থৈ গৈছে। স্মৰণ কৰিছোঁ সেই সৱক—যি সবে চীনৰ বৌদ্ধ সন্ন্যাসী হিউৱেনচাঙকে ধৰি বিভিন্ন দেশৰ বিভিন্ন ৰাজ্যৰ গুণী, জ্ঞানী, সাহিত্য, কাব্য, নৃত্য, গীত আদিত পাৰদৰ্শীসকলক নিমন্ত্ৰণ কৰি আনি গুণৰ সন্মান দি থৈ গৈছে, শৌৰ্য্যত-বীৰ্য্যত, জ্ঞানত-শিল্পত, কাব্যত, সাহিত্যত, সঙ্গীতত, নৃত্যত এক গৌৰৱোজ্জ্বল অধ্যায় যিখন দেশৰ ৰজাই সূচনা কৰিলে পৰবৰ্ত্তী কালৰ বংশধৰসকলক অনুপ্ৰাণিত কৰিবলৈ।

তাহানি নওঠা কালত সামাজিক দেখি সাৰ পাই আইৰ বুকুত কুচি মুচি সোমাওঁ। এৰাবাৰীৰ আমগছ জোপাত হুদুয়ে মাতে পিছ চোতালৰ ডালিম জোপাত নানাতৰহৰ চিঞৰ মাৰি ফেঁচাই উৰা মাৰে। মাৰল ঘৰৰ মুখতে থকা পকা লেছু জোপাত উৰি আহি পৰা বাদুলিয়ে কেতেৰা জেঙেৰা মাতেৰে সম্ভাষণ জনায়। লুইতৰ

কাষৰ কৈৱৰ্ত্ত গাৱঁৰ নামঘৰত সেই মাজনিশাও ঢোল খোলৰ শব্দৰ লগতে বব্ৰুবাহন বধ ভাওনাৰ আখৰা চলি থাকে। অৰ্জ্জুনে বিলাপ কৰে—

"সুভদ্ৰাৰ তনয় বীৰ বিদিত সংসাৰে
চক্ৰবেহু পাতি যুদ্ধ কৰে দ্ৰোনসনে"
"দ্ৰোণ-দ্ৰোণী কৃপা-কৰ্ণ বেহুমধ্যে ছিলা
স্বৰ্গে গেল পুত্ৰ মোৰ শৰীৰ ত্যাগিয়া।"

মাজনিশাৰ সেই বিলাপৰ সুৰে মোৰ শিশুমনত কিবা এক শিহৰণ তোলে। নিশাচৰ চৰাইৰ মাততো যেন বিভিন্ন সুৰৰ বচনৰ আখৰা চলিছে। জিলি, পোক, পতঙ্গও যেন সেই প্ৰতিযোগিতাত নামিছে। নিশাৰ প্ৰকৃতিয়েও যেন সেই সহাৰি দিয়ে। কেতিয়াবা টুপ টুপকৈ নিয়ৰৰ টোপাল পেলায়, কেতিয়াবা বতাহেৰে গছৰ পাতত খুটি তাল বজায়। কেতিয়া নিঃসাৰ হৈ অলেখ সুৰ মাতৰ মাজত ছুনাই আইৰ বুকুৰ মাজত সোমাই টোপনি যাওঁ কব নোৱাৰো।

পুৱা সাৰ পাই উঠি নানাতালৰ নানাসুৰৰ গীত মাত বিচনাত শুই শুইয়ে শুনিবলৈ পাওঁ। কত চৰাইৰ কিমান সুৰৰ বিভিন্ন মাত। ঢেকীৰ চাবেও যেন সেই সুৰৰ তাল ধৰিছে। পথাৰত চৰাবলৈ নিয়া মহৰ ডিঙ্গিৰ টিলিঙায়ো যেন টুং-টাং শব্দ কৰি এই গীতত, এই সুৰত অৰিহণা যোগাইছে। বিশ্ব প্ৰকৃতিৰ এই অলেখ সুৰ গীত হয়তো কোনোবাই কাণ পাতি শুনে, কোনোবাই আওকাণ কৰে। ভৰ-দুপৰীয়া এৰাবাৰীৰ লুংলুঙীয়া বাটেৰে যাওঁতে, সংৰক্ষিত বনাঞ্চলৰ গভীৰ অৰণ্যৰ মাজেদি যাওঁতে নিজান প্ৰকৃতিৰ বুকুত প্ৰাণী পতঙ্গই যি ঐক্যতান বজায়, গীতৰ লহৰ তোলে, কোনোবা বাটৰুৱাই থমকি বৈ শুনিছেনে? ......মই শুনিছোঁ। শুনি ৰোমাঞ্চিত হৈছোঁ। হৈ ভাবিছোঁ বিশ্ব-নিয়ন্তাৰ সৃষ্টিৰ এই প্ৰকৃতিৰ সুৰেই এদিন হয়তো অৰণ্যবাসী নগ্নমানৱক নব নব সুৰৰ সন্ধানত অনুপ্ৰাণিত কৰিছিল। পকা বাঁহৰ চুঙ্গাই য'ত



ৰিঙিয়ালে ম'হৰ শিঙে বিননি তুলিলে মৰা জন্তুৰ ছালে মাত মাতিলে, তেতিয়াৰে পৰাই হয়তো মানৱ সমাজে প্ৰকৃতিৰ লগত প্ৰতিযোগিতাত পাতনি মেলিলে।

আনত নহলেও কলা কৃষ্টি, ঐতিহ্য, ইতিহাসত ভাৰতৰ আন আন প্ৰদেশৰ লগত ফেৰ মৰাৰ স্পৰ্দ্ধা আৰু সমল আমাৰ আছে। একে ৰাতিয়েই তাত বৈ ধলপুৱাতেই ৰণলৈ যোৱা স্বামীক বা প্ৰিয়জনক কাপোৰ বৈ দি ৰণলৈ পঠোৱা কাজী শিপিনী আমাৰ আছিল। একেজন বনুৱাই কাঁড় মাৰিব পাৰে, হিলৈ মাৰিব পাৰে, নাও বাব পাৰে, গড় বান্ধিব পাৰে। এই সকলো পৰা চাম মানুহো আমাৰ আছিল। এইখন দেশৰ শিপিনীয়ে কাপোৰত কবিতা ৰচিছিল। সাহিত্যিকে সাঁচিপাতৰ বুকুত ৰসৰ সৃষ্টি কৰিছিল। চিত্ৰকৰে হেঙ্গুল হাইতাল লৈ তেওঁৰ কল্পনাক চিত্ৰত ৰূপ দিছিল।

কুমাৰে কুমাৰ মাটিৰে চিত্ৰ-বিচিত্ৰ মুখা সাজিছিল, ৰঙ-বিৰঙৰ মূৰ্ত্তি গঢ়িছিল। ভাস্কৰে শিলৰ বুকু কাটি শিল্পীৰ প্ৰতিভাৰ ছাপ বহুৱাইছিল, কহাৰে কাহঁত, মৰিয়াই পিতলত সপোন ৰচিছিল; সন্ধিয়া এইচাম শিল্পীয়েই সত্ৰত, নামঘৰত খোল তালৰ শব্দৰে অসমৰ আকাশ বতাহ মুখৰিত কৰিছিল। গাৱঁৰ নামঘৰত ভীমৰ তৰ্জ্জন গৰ্জ্জনে শুই থকা কেচুৱাক সাৰ পোৱাইছিল। দ্ৰৌপদীৰূপী কেহোৰাম বা মনেশ্বৰৰ শক্তিশালী কণ্ঠত পঞ্চপুত্ৰক হেৰুৱাই দ্ৰৌপদীয়ে কৰা বিলাপ শুনি মাৰল ঘৰত মহুৰা ফুৰাই থকা জীয়ৰীয়ে, ৰান্ধনী ঘৰত ভাত ৰান্ধি থকা বোৱাৰীয়ে চোতালত নাতিনীয়েকক লৈ থকা বুঢ়ীআয়ে চকু পানী টুকিছিল।

এইখন নৃত্যপটিয়সী উষাৰ দেশ যি—সুদূৰ দ্বাৰকাত নৃত্য শিকাইছিল। এইখন চিত্ৰপটিয়সী চিত্ৰলেখাৰ দেশ—যাৰ হাতৰ কেটামান আঁকেই ভূজপত্ৰত জীৱন্ত ৰূপ লৈছিল। এইখন দেশতে শক্তিৰূপিণী কামাখ্যাৰ পীঠস্থান, যিখন দেশৰ শক্তিমানসকলে বহুবাৰ মোগলক তয়াময়া দেখুৱাইছিল। এনে এখন দেশৰ, এনে

এটা জাতিৰ বংশধৰ সকল নমৰে, মৰিব নোৱাৰে। এই অসমৰ বুকুতে ধ্বনিত হৈ আছে জ্যোতি ককাই দেৱে গোৱা—

"তাত সুন্দৰেযে ফুলাৰ মন্ত্ৰ
অহোৰাত্ৰি মাতে
সেয়েহে আজি ইমান ফুল
প্ৰভাতে প্ৰভাতে।"

এই ফুলাৰ মন্ত্ৰৰ সুৰতেই অসমৰ অজৰ-অমৰ শিল্পীসকলৰ অজৰ-অমৰ আত্মাই দুস্কৃতিক নাশি সংস্কৃতিক উদ্ধাৰ কৰিবলৈ প্ৰয়োজন অনুযায়ী এই পুণ্যতোৱা অসম ভূমিত যুগে যুগে জন্মগ্ৰহণ কৰিছে আৰু কৰি থাকিব।

সুৰকাৰ—গীতিকাৰ মই নহওঁ। সঙ্গীতৰ বিষয়ে মই নাজানো। শুনিছো "ন বিদ্যা সঙ্গীতাৎপৰা" আৰু শুনিছোঁ সঙ্গীত হৈছে আত্মাৰ ভাষা আৰু ভাষাৰ আত্মা।

সঙ্গীত নাটক একাডেমী, অসম সঙ্গীত সন্মিলন, সঙ্গীত বিদ্যালয় সঙ্গীতক কেন্দ্ৰ কৰি নানা অনুষ্ঠান সজ্ঘ প্ৰতিষ্ঠিত হৈছে। অসমৰ আপুৰুগীয়া লোকগীত, বনগীত, বৰগীত, ওজাপালি আদি গাৱেঁ ভূঞে, পৰ্ব্বতে ভৈয়ামে সিচঁৰিত হৈ পৰি থকা এই সুৰ গীতবিলাক বুটলি আনি গাঁৱ এলান্ধু মামৰ গুছাই নিকা কৰি প্ৰচাৰ আৰু প্ৰসাৰ কৰাৰ ভাৰ জানো তেওঁলোকৰ ওপৰত নপৰে? বিশেষকৈ চৰকাৰৰ ধনেৰে (ৰাইজৰ ধন) পৰিপুষ্ট সঙ্গীত নাটক একাডেমীৰ দৰে অনুষ্ঠানৰ ওপৰত। অসমৰ আকাশবাণীৰ গাত এই দায়িত্বৰ ভাৰ নিদিলোৱেইবা। কাৰণ তেওঁলোকে সৰ্ব্বভাৰতীয় গীত মাতেৰে অসমীয়াক অনুপ্ৰাণিত কৰি প্ৰাদেশিকতাবাদী আখ্যাৰে ভূষিত কৰা অসমীয়াক ভাৰতৰ আন আন প্ৰদেশৰ উচ্চমনা ভাৰতীয়ৰ লগত সম-পৰ্য্যায়ত পেলোৱাৰ গুৰু দায়িত্ব বহন কৰিছে। যদিও আন আন প্ৰদেশৰ সীমা বঢ়াবলৈ আত্মদাহ দিয়াৰ ভাবুকি দিলেও প্ৰাদেশিকতাৰ চেকা তেওঁলোকৰ গাত নেদেখে, দেখে শ্বহীদৰ প্ৰতিবিম্বহে।



নাটক আৰু নাট্যাভিনয় ঃ—

নাট্যশালা—জাতীয় কৃষ্টিৰ ধাৰক আৰু বাহক। এই নাট্য-মঞ্চতেই সকলো কলা মিলিত হৈছে। নৃত্য-গীত, অভিনয়, সাহিত্য, ইতিহাস সকলোৰেই বিকাশ হয় এই নাট্যমঞ্চৰ যোগেদি। সকলো জাতিৰে শ্ৰেষ্ঠ সাহিত্যিকসকল নাট্যকাৰ। নাটকেই সাহিত্যৰ মুকুটমণি।

"ন তজজ্ঞানং নতচ্ছিশল্পং
ন সা বিদ্যা ন সা কলা।
ন স যোগো ন তৎ কৰ্ম্ম
নাট্যেহস্মিন্ যন্ন দৃশ্যতে।"

সেয়া জ্ঞান নহয়—শিল্প নহয়—বিদ্যা নহয়—যোগ নহয়—কৰ্ম্ম নহয়; যিটো নাটকত দেখা নাযায়। নাট্যত ফুটি ওলালেহে ওপৰোক্ত বিষয় সমূহে সাৰ্থকতা লাভ কৰে। নাটকৰ যোগেদিয়েই এটা জাতিৰ কলা-কৃষ্টি, ইতিহাস, ঐতিহ্যৰ সন্ধান পোৱা যায়। 'A nation is known by its drama' নাটকৰ মাজেদিয়েই এটা জাতিক জনা যায়। 'Fine Arts'ৰ আৰম্ভ স্থাপত্য-দেৱালয়, গীৰ্জ্জা, মছজিদ নিৰ্ম্মাণ কৌশলৰ পৰা আৰু ইয়াৰ পূৰ্ণ পৰিণতি নাটকত। নাটক দৃশ্যকাব্য। ৰঙ্গমঞ্চক বাদ দি নাটক নহয়। নাটক লেখা নচলে। গতিকে নাট্যকাৰে নাটক আৰু ৰঙ্গমঞ্চৰ সহায় লব লাগিব।

"নট ইতি ধাত্বৰ্থভূতং নাটয়তি লোকবৃত্তান্তং
ৰসভাবসংযুক্তং যস্মাৎ তস্মাৎ নটো ভবেৎ।"

ৰসভাবসংযুক্ত লোক-বৃত্তান্তৰ যি অভিনয় কৰে তেৱেঁই নট। চিত্ৰকৰে তেওঁৰ চিন্তা চিত্ৰেৰে প্ৰকাশ কৰে, কবিয়ে তেওঁৰ কল্পনা ভাষাৰে প্ৰকাশ কৰে, ভাস্কৰে শিলৰ ৰেখাৰ মাজেদি তেওঁৰ কল্পনাক ৰূপ দিয়ে, নাট্যকাৰে তেওঁৰ লিখাৰ কৌশলেৰে, নাটকত বিভিন্ন চৰিত্ৰ উপস্থাপিত কৰে। কিন্তু নটে? তেওঁলোকৰ সকলো কৃতিত্ব, সকলো কল্পনাক

দৰ্শকৰ সন্মুখত জীৱন্তৰূপে দাঙি ধৰি নিজৰ কণ্ঠস্বৰৰ কৌশলেৰে কৃত্ৰিম হাঁহিৰে, দৰ্শকৰ মাজত সঁচা হাঁহিৰ খলকনি তোলে। কৃত্ৰিম চকুলোৰে দৰ্শকৰ চকুত সঁচা চকুপানী বোৱায়। মঞ্চত অভিনয় কৰা অভিনেতাজনৰ গালেদি টোপা-টোপে বৈ অহা চকুপানী দেখি দৰ্শকে আপোন পাহৰি মঞ্চৰ সেই অভিনেতাজনে অভিনয় কৰা চৰিত্ৰৰ মাজত নিজকে হেৰুৱাই পেলাইছে বুলি ভাবে। কিন্তু চৰিত্ৰৰ মাজতে নিজক হেৰুৱাই পেলালেতো অভিনয় কৰা নচলিব।

যেতিয়া অভিনেতাই চকুৰপানী উলিয়াব সেই চকুপানী যাতে দৰ্শকে দেখে তাৰ কাৰণে শক্তিশালী মঞ্চ আলোক নিজৰ মুখত লব লাগিব। দৰ্শকৰ আগৰ দুই-তিনি শাৰীৰ মাজত যদি কোনো মহিলা থাকে তেন্তে অভিনয়ৰ মাজেৰেই চাব লাগিব ভদ্ৰ মহিলাই চকুলৈ আঙুলি নিছেনে নাই, যদি নিয়া নাই বুজিব লাগিব তেওঁৰ অভিনয় সাৰ্থক হোৱা নাই।

প্ৰশ্ন হল—তেন্তে অভিনয়ৰ সময়ত অভিনেতাই কান্দে কেনেকৈ? গ্লিচাৰিণৰ সহায় নোলোৱাকৈ (যিটো সাধাৰণতে লয়) চকুলো বোৱাই কেনেকৈ?

মঞ্চত অভিনয় কৰিবলৈ প্ৰবেশ কৰাৰ লগে লগেই মই এটা মানুহ দুটা হম। মই হলো স্ৰষ্টা। যিজনে মঞ্চত অভিনয় কৰিব তেওঁ হল মোৰ সৃষ্টি। এজন বিচাৰক, আনজন কৰ্ম্মী। কৰ্ম্মীজন মোৰ পৰা বেলেগ হৈ যিটো চৰিত্ৰত ৰূপ দিব লাগিব তাৰ মাজত নিজকে হেৰুৱাই পেলাব লাগিব। নাটকৰ চৰিত্ৰৰ প্ৰয়োজন অনুযায়ী সি সঁচাকৈ হাঁহিব, সঁচাকৈয়ে কান্দিব, সঁচাকৈয়ে উত্তেজিত হব। কৃত্ৰিমতা নাথাকিব। সেইটো হল মোৰ সৃষ্টি আৰু মই স্ৰষ্টাই য'ত যেনে 'লাইট' লব লাগিব তালৈ নিম, দৃশ্যপটৰ য'ত থিয় হব লাগিব তাত থিয় কৰাম। বচন পাহৰিলে মনত পেলাই দিম। এই দুজনৰ সুষ্ঠ সহযোগতে প্ৰকৃত অভিনেতাৰ জন্ম। অভিনেতা নাট্যকাৰৰ পুতলা নহয়। তেওঁ নাটকত যি ভাৱে নচুৱাব খোজে



সেই ভাবেই যদি অভিনেতাই নাচে তেন্তে তেওঁৰ আত্ম-প্ৰকাশৰ চেষ্টা থাকিল ক'ত? প্ৰাণৱন্ত সজীৱ দেহ-ভঙ্গীৰে, ভাষাৰ ভাবৰ গাঠনিক কণ্ঠস্বৰৰ কৌশলেৰে জীৱন্ত কৰি তোলাটোৱেই হল অভিনয়ৰ প্ৰধান অঙ্গ। অভিনেতা বা নটৰ দেহশ্ৰীতকৈও প্ৰধান সম্পদ হল তেওঁৰ কণ্ঠস্বৰ। সেই কণ্ঠস্বৰ হ'ব লাগিব গম্ভীৰ অথচ মধুৰ। এনে কণ্ঠস্বৰৰ অভিনেতা ধুবুৰীৰ পৰা সদিয়ালৈকে অভিনয় কৰি ফুৰোতে মই কেবাজনো পাইছোঁ। কিন্তু দুৰ্ভাগ্য প্ৰতিভা বিকাশৰ থলৰ অভাৱত সেই কণ্ঠস্বৰৰ অধিকাৰী শিল্পীসকল মৰহি গৈছে। মাত্ৰ অভিনেতাই নহয় তেনে কণ্ঠস্বৰৰ অধিকাৰী হব লাগিব গায়কো। অসমৰ যিজনা গায়কৰ কণ্ঠত ঈশ্বৰে এই থিনি দিছে তেওঁ বৰ্ত্তমান অনুন্নাসিক সমালোচকৰ চক্ৰবেহুত পৰিছে। সাহিত্য কঠিন, সমালোচনা উজু। গঢ়া কঠিন, ভঙ্গা উজু।

নাটক এখন দেশৰ এটা জাতিৰ সুস্থ দাপোণৰ দৰে। কুমাৰে মূৰ্ত্তি গঢ়ে তাত প্ৰাণ প্ৰতিষ্ঠা কৰে পুৰোহিতে। দেশৰ নেতাসকলে, ৰাজনীতিজ্ঞসকলে দেশ গঠন কৰে, দেশৰ জন সাধাৰণক গঠন কৰে বিভিন্ন আইনৰ মাজেদি বিভিন্ন নিয়ম কানুনৰ মাজেদি। কিন্তু জন সাধাৰণৰ অন্তৰ স্পৰ্শিত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, পাৰে সেই দেশৰ, সেই জাতিৰ সাহিত্যিক-শিল্পীসকলেহে। ভাৰতৰ স্বাধীনতা যুদ্ধত সাহিত্যিক, শিল্পী, অভিনেতা, নাট্যকাৰ আদিৰ অৰিহণা উল্লেখযোগ্য। আপোনালোকৰ বহুতেই ছাগৈ সেইসময়ৰ মুকুন্দ দাসৰ যাত্ৰাপাৰ্টি দেখিছে? তেখেতৰ সকলোবিলাক নাটকৰ গানৰ মাজত প্ৰকাশ পাইছিল পৰাধীন ভাৰতৰ দুৰ্দ্দশাৰ ৰূপ। অভিনয় চাই দৰ্শকে চকুপানী টুকিছিল, অভিনয়ৰ অন্তত ঘৰলৈ উভতি যাওঁতে বাটেবাটে ভাবিছিল দেশজননীৰ মুক্তিৰ উপায়। এই উদ্দেশ্যকেই ভেটী কৰি সেইসময়ত নাট্যকাৰসকলে কাৰাগাৰ, টিপু চুলতান, ৰণজিৎসিংহ, মণিৰাম দেৱান, পিয়লি ফুকন, চিৰাজউদৌলা আদি বহু নাটক ৰচিছিল। যিবিলাক নাটকৰ শাৰীয়ে শাৰীয়ে লুকাই আছিল স্বাধীনতাৰ মন্ত্ৰ, পাতে পাতে

লুকাই আছিল বিপ্লৱৰ বীজ। চাকোলা পিয়লিয়ে ডিঙিত চিপজৰী লৈ কৈছিল, "সিহঁতে মোক এবাৰ ফাঁচি দিব, মই দুবাৰ আহিম। দুবাৰ ফাঁচি দিব দহবাৰ আহিম, বগাবঙালক নেখেদো মানে জনমে জনমে ডিঙিত চিপজৰী লম।"

ৰণজিৎসিংহই নিজৰ মাক ৰাজকৌড়ক কাৰাগাৰত থৈ কৈছিল, "আই! আই দেশ জননীৰ পৰাধীনতাৰ প্ৰতীকৰূপে তুমি থাকা কাৰাগাৰত, তোমাৰ এই মূৰ্ত্তিয়ে দিনে ৰাতিয়ে শয়নে সপোনে মোক মনত পেলাই দিব হেৰ হতভগীয়া ৰণজিৎ। জন্মভূমি তোৰ বিদেশীৰ অধীনত"।

সুনিপুণ অভিনেতাই যেতিয়া এইবিলাক বচন, বিভিন্ন ভাব প্ৰকাশ কৰি দৰ্শকৰ আগত অভিনয় কৰে দৰ্শক হৈ পৰে অভিভূত, দৰ্শক হৈ পৰে উত্তেজিত, মুগ্ধ প্ৰাণত জাগি উঠে স্বাধীনতাৰ স্পৃহা। দেশৰ নাট্যকাৰসকলৰ, শিল্পীসকলৰ অৰিহনা স্বাধীনতা আন্দোলন যুগত দেশৰ ৰাজনীতিৰ নেতাসকলতকৈ কোনো গুণে কম নাছিল।

শতাব্দীৰ পিছত শতাব্দী ভাৰতবৰ্ষত নাট্যকলাৰ সাধনা হৈছিল, কিন্তু এই গৌৰৱময় নাট্যকলাৰ ধাৰা সংস্কৃত ভাষা জনসাধাৰণৰ কথিত ভাষাৰ পৰা ক্ৰমে আতৰি যোৱাৰ লগে লগে ইয়াৰ গতিও স্তব্ধ হৈ আহিল। ধাৰাবাহিক মুছলমানৰ আক্ৰমণত স্তিমিত হৈ অহা বন্তিগছি মোগলৰ ৰাজত্বত নুমাই থাকিল। অসমত কিন্তু সেই বন্তিগছি তেতিয়াহে তিৰ্ বিৰাই জ্বলিছিল। জ্বলাইছিল অসমীয়াৰ কলা সংস্কৃতিৰ আদি শ্ৰীমন্ত শঙ্কৰে। এটা জাতিৰ সাংস্কৃতিক জীৱনক ধৰ্ম্মৰ ওপৰত ভিত্তি কৰি গঢ় দি এইজনা মহাপুৰুষে এটা আচৰিত পটন্তৰ দি থৈ গৈছে। পাঁচশ বছৰৰ আগতে উনৈশ বছৰীয়া শঙ্কৰদেৱে চিহ্নযাত্ৰা ভাওনা কৰি প্ৰথমে মুকলি মঞ্চৰ অৱতাৰণা কৰে। সেই সুঁতিৰ গতি মানৰ আক্ৰমণত মৰাসুঁতিৰ ৰূপ ললেও সেই মৰাসুঁতিত আকৌ ধল আহিছে। সেই ধল আনিছে উত্তৰ কামৰূপৰ বিশ্ববিদ্যালয়ৰ চাপ নপৰা কিছুমান দৰিদ্ৰ শিল্পীয়ে। কামৰূপৰ প্ৰায় সকলোবোৰ গাওঁ-ভূইত মই



অভিনয় কৰিছোঁ। কি প্ৰাণ-প্ৰাচুৰ্য্যৰ অধিকাৰী সেই ডেকাৰ পৰা বুঢ়ালৈকে শিল্পীসকল। গাৱেঁ গাৱেঁ পুথি'ভৰাল দুই তিনি ক্ৰোশৰ আঁতৰে আঁতৰে একোটা যাত্ৰা পাৰ্টি। যেন গোটেই উত্তৰ কামৰূপেই এক নাট্য চৰ্চ্চাৰ বিশ্ববিদ্যালয়। পাঁচোটাকৈ ভ্ৰাম্যমান থিয়েটাৰৰ দল কম আয়াসতে সাজিব পৰা নিজস্ব বিজুলী সৰঞ্জাম, অস্থায়ী নাটঘৰ, চলন্ত মঞ্চৰে অত্যাধুনিক আহিলাৰে সমৃদ্ধ দৰ্শকৰ আসন আদিলৈ স্বয়ং সম্পূৰ্ণ। এনে ভ্ৰাম্যমান থিয়েটাৰ ভাৰতবৰ্ষততো নায়েই গোটেই পৃথিবীতে বিৰল।

তাহানি অসমীয়াৰ বহুত আছিল, এতিয়াও নোহোৱা নহয়। পূৰ্ব্বপুৰুষৰ ৰক্তধাৰণ এতিয়াও এই জাতিৰ শিৰাই শিৰাই প্ৰবাহিত, শিলে সাৰ পাইছে, পোৱাই স্বাভাৱিক। নিদ্ৰিত আগ্নেয়গিৰিৰ বুকুত গুৰু গম্ভীৰ শব্দ শুনা গৈছে। আৰু বেছি আঘাত পালে উদগীৰণ হব। দেশৰ নেতাসকল সাৱধান হ'বৰ হ'ল।

ফনী শৰ্ম্মা
১৪।২।৭৭
সভাপতি
সাংস্কৃতিক সন্মিলন

# প্ৰদৰ্শনীৰ উদ্বোধনী ভাষণ

শ্ৰদ্ধেয় সাহিত্যপ্ৰেমী ৰাইজ,

আজি এই শুভক্ষণত, অসম সাহিত্য সভাৰ দৰে মহান ঐতিহ্যপূৰ্ণ অধিবেশনত, আপোনালোকৰ আয়োজিত প্ৰদৰ্শনী উদ্বোধন কৰিবলৈ পাই এই অভাজনে নিজকে ধন্য মানিছোঁ। এই অধিবেশন ধিঙত অনুষ্ঠিত হোৱা কাৰণেও মই এই সভাত যোগ দি সুখী হৈছোঁ, লগে লগে মোৰ অন্তৰৰ প্ৰয়োজনো পূৰ্ণ হোৱা যেন লাগিছে। কাৰণ, এই ঠাইৰ ওচৰতে বৰদোৱা সত্ৰ। পঞ্চদশ শতিকাত এই বৰদোৱা সত্ৰই অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ আছিল। আজিৰ ধিং আৰু বৰদোৱা সত্ৰ মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰতিভাৰ স্বাক্ষৰেৰে মহীয়ান। নগাৱঁৰ প্ৰতি মোৰ দ্বিতীয় আসক্তি ব্যক্তিগত যদিও তাৰ প্ৰভাৱ নিবিড়ভাৱে অনুভৱ কৰোঁ। মোৰ মাতৃৰ ঘৰ নগাৱঁৰ জখলাবন্ধা সত্ৰত। সত্ৰীয়া সংস্কৃতিক, ধৰ্ম্মীয় দৰ্শনক বিশিষ্ট ৰূপ দিয়া প্ৰসিদ্ধ ধৰ্ম্মগুৰু দামোদৰদেৱৰেই তেখেতসকল বংশধৰ। নগাৱঁৰ প্ৰতি মোৰ তৃতীয় আকৰ্ষণৰ কাৰণটোৰ লগত মোৰ চিন্তাধাৰা আৰু পৰিকল্পনাৰ যথেষ্ট মিল থকা যেন লাগে। যোৱা পাঁচশ বছৰৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায় যে তেতিয়াৰ পৰাই নগাৱেঁ জনশিক্ষা, জন সাহিত্য, জন সংস্কৃতি আৰু জনগণৰ মানসিক বিবৰ্ত্তনত প্ৰভূত অবদান আগ বঢ়াই আহিছে। মোৰ নিশ্চিত ধাৰণা যে সাহিত্য-সংস্কৃতি নেলাগে, বিজ্ঞান আৰু কাৰিকৰী বিদ্যাও জনগণৰ কল্যাণৰ অৰ্থে প্ৰয়োগ নহলে, তাৰ বিকাশ কেৱল এমুঠি মানুহৰ আচুতীয়া সম্পত্তি হৈহে থাকে আৰু জাতীয় প্ৰগতিত কামত নাহে। অথচ শঙ্কৰদেৱ আৰু সত্ৰীয়া সংস্কৃতিৰ প্ৰভাৱে পূৰ্বৰে পৰা নগঞা সাহিত্য-সংস্কৃতিপ্ৰেমীক জনকল্যাণমুখী কৰিছে। সেই বাবে এক নতুন ধাৰণাৰে প্ৰতিষ্ঠিত অসম কৃষি বিশ্ববিদ্যালয়ৰ জনকল্যাণকামী এখনি নতুন ধৰণৰ শিক্ষাকেন্দ্ৰৰ গুৰিয়াল হিচাবে মই এই ঠাইত



ভৰি দি এই বিশেষ সত্য বিশেষভাৱে অনুভৱ কৰিছোঁ। সাহিত্য-সংস্কৃতিৰ বিষয়ে প্ৰগতিশীল ধাৰণা হ'ল,—ইয়াৰ বক্তব্যই জনগণৰ অন্তৰ স্পৰ্শ কৰিব লাগে অৰ্থাৎ **সংস্কৃতি হব লাগে জন সংস্কৃতি, সাহিত্য হব লাগে জন সাহিত্য।** সেইদৰে আধুনিক বিশ্ব-বিদ্যালয়ৰ ধাৰণাও হ'ল, জ্ঞান আৰু গৱেষণাৰ তথ্য জনগণৰ কল্যাণৰ অৰ্থে শক্তিশালী সম্প্ৰসাৰণ কৌশলেৰে জনগণৰ মাজত সদৰি কৰা। অসমীয়া সাহিত্য জনগণৰ কল্যাণৰ হকে উছৰ্গিত হোৱাৰ দৃষ্টান্ত আছে। জনতাৰ মানসিক উৎকৰ্ষ-সাধন কৰাৰ দৃষ্টান্তও আছে। অসমীয়া সাহিত্যই সমাজৰ প্ৰভাৱান্বিত কৰাৰ মহান ঐতিহ্য আছে। সেয়েহে, সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানলৈ মোৰ ইমান আগ্ৰহ, সেয়েহে জনগণৰ আন্ধাৰৰ জোৰ বাতি স্বৰূপ সাহিত্যলৈয়ো ইমান আকৰ্ষণ। আচৰিত যেন লাগিলেও এই কথা নুই কৰিব নোৱাৰি যে নতুন ধাৰণাৰে প্ৰতিষ্ঠিত হোৱা কৃষি বিশ্ববিদ্যালয় সমূহৰ উদ্দেশ্যও সাহিত্যৰ দৰে সুদূৰপ্ৰসাৰী আৰু জনকল্যাণকামী। বিশ্ববিদ্যালয় বুলিলে আগতে ধাৰণা আছিল যে ইয়াৰ লগত সাধাৰণ মানুহৰ লেশমানো সম্পৰ্ক নাই। কিন্তু আজিকালি সেই ধাৰণাৰ আমূল পৰিবৰ্ত্তন ঘটিছে। তাৰে প্ৰত্যক্ষ প্ৰমাণ হল, কৃষি বিশ্ববিদ্যালয়। আমাৰ কৃষি বিশ্ববিদ্যালয়ত অৰ্জ্জন কৰা কাৰিকৰী জ্ঞান কৃষকৰ অৰ্থে ব্যয় হয়। গবেষণাৰ তথ্যও খেতিৰ পথাৰত প্ৰয়োগ হয়। খেতি-বাতিৰ সমস্যা কৃষি বিশ্ববিদ্যালয়ত গৱেষণাৰ সমস্যা হৈ পৰে। এই দৰেই শিক্ষা, গৱেষণা আৰু সম্প্ৰসাৰণৰ মাজত নিবিড় যোগসূত্ৰ স্থাপন হয়। এই যোগসূত্ৰৰ লগত সাহিত্য আৰু জন সমাজৰ নিবিড় সম্পৰ্কৰ ভালেখিনি মিল আছে। সেয়েহে, নকৈ প্ৰতিষ্ঠিত অসম কৃষি বিশ্ববিদ্যালয়ৰ গুৰিয়াল হিচাবে আপোনালোকৰ মাজৰ এজন হৈ মোৰ নিজৰ পৰিকল্পনা ফলৱতী কৰাৰ সপোন দেখিছোঁ। কেইটিমান প্ৰধান কাম থকা সত্বেও অনুপ্ৰেৰণা লাভৰ বাবে আৰু আপোনালোকৰ দৰে সাধকসকলক দেখা পাবৰ কাৰণেই ইয়াত উপস্থিত হৈ নিজকে ধন্য মানিছোঁ।

পোনতে এটি কথা কওঁ। সাধাৰণ মানুহৰ মনৰ জীপ নেপালে সাহিত্যৰ ডালপাত শুকাই যাব। সাহিত্যৰ আবেদনে সাধাৰণ মানুহৰ পুলকানুভূতি জগাব পাৰিলেহে জাতীয় সাহিত্য বলিষ্ঠ হব পাৰিব। সাহিত্যিকসকল 'গজ দন্ত মিনাৰ'ত বহি আত্মতুষ্ট হ'লে ন'হব। সাহিত্যই সমাজক প্ৰভাৱান্বিত কৰিব লাগিব। সমাজ-বিবৰ্ত্তনত সাহিত্যৰ অৰিহণা এক বুৰঞ্জীসন্মত সত্য। তাৰ প্ৰমাণ, শঙ্কৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী আৰু এতিয়াৰ লক্ষ্মীনাথ বেজবৰুৱা। প্ৰাচীন কালতো তাৰ প্ৰমাণ আছে। যেনে বাল্মীকি-ব্যাস, আৰু তেওঁলোকৰ ৰামায়ণ-মহাভাৰত। গতিকে **সাহিত্যৰ সমাজৰ ওপৰত প্ৰভাৱ থকাটো যদি চিৰন্তন সত্য, তেনেহলে সাহিত্য হব লাগিব উদ্দেশ্যধৰ্ম্মী।** এই সাহিত্যই ভাৰতৰ শতকৰা আশী ভাগ কৃষকৰ আত্মাৰ স্পন্দন শুনাব লাগিব। এনে জন-হিতকৰ সাহিত্যই অৰ্থাৎ জন সাহিত্যই বিস্তীৰ্ণ গাওঁ অঞ্চলৰ ওপৰত সুস্থ প্ৰভাৱ পেলাব লাগিব, গাওঁবাসীক জীয়াই থকাৰ আশা দিব লাগিব। কিন্তু দুখৰ কথা যে সভ্যতা নগৰমুখী হোৱাৰ লগে লগে আমাৰ সাহিত্যও নগৰমুখী হোৱা যেন লাগিছে। গাৱঁৰ মানুহৰ আশা-নিৰাশা, দুখ-বেদনা লাহে লাহে কমি আহিছে। ফলত অসমীয়া পুৰণি সাহিত্যতকৈ সাম্প্ৰতিক সাহিত্যৰ জনসাধাৰণৰ ওপৰত প্ৰভাৱ কম। এইটো অতি নিৰাশাৰ কথা। আশা কৰোঁ সাহিত্যপ্ৰেমীসকলে এই ক্ষেত্ৰত মোৰ হৃদয়বেদনা লক্ষ্য কৰে আৰু গাওঁসমূহৰ সামাজিক-অৰ্থনৈতিক দিশ কেইটালৈ লক্ষ্য ৰাখি সাহিত্যক নতুন জীৱন দিবলৈ চেষ্টা কৰে। অসম কৃষি বিশ্ব-বিদ্যালয়ৰ উদ্দেশ্যও জনসাহিত্যৰ দৰেই। গাওঁবাসীৰ মাজত আশাৰ সঞ্চাৰ কৰা, গ্ৰাম্য অৰ্থনীতিৰ সুস্থ পৰিবৰ্ত্তন ঘটোৱা, গ্ৰাম্য সমাজক গতিশীল আৰু সংস্কৃতিসম্পন্ন কৰা আদি অসম কৃষি বিশ্ববিদ্যালয়ৰ প্ৰধান প্ৰধান কাম। তাৰ বাবে নৃতত্ত্ব, ইতিহাস, গ্ৰাম্য অৰ্থনীতি, সমাজবিদ্যা আদি জনসাধাৰণৰ বৈজ্ঞানিক বিশ্লেষণ কৰা বিষয়ৰ চৰ্চ্চা আৰু গৱেষণাৰ ইয়াত সুচল আছে। কাৰণ কৃষি বিশ্ববিদ্যালয়ৰ মূল



উদ্দেশ্যই হ'ল জ্ঞান আৰু গৱেষণাৰ তথ্য গাওঁবাসীৰ মাজত বিলাই দিয়া। কৃষি বিশ্ববিদ্যালয়ক গ্ৰাম্য বিশ্ববিদ্যালয় বুলিও ক'ব পাৰি। গতিকে অসমীয়া সংস্কৃতিৰ আধাৰ স্বৰূপ লোকগীতি, লোকনৃত্য আদিও আমাৰ বিশ্ববিদ্যালয়ৰ কাৰ্য্যক্ৰমণিকাৰ অন্তৰ্ভুক্ত। আশা কৰোঁ, আমাৰ বিশ্ববিদ্যালয়ত হোৱা গাওঁবাসীৰ সৰ্ব্বাঙ্গীন উন্নতি কৰিব পৰা এনেবিধৰ বিদ্যাৰ চৰ্চ্চা আৰু গৱেষণাই নবীন জনসাহিত্যৰ লেখকসকলক সহায় কৰিব পাৰিব। মই আৰু আশাকৰোঁ, **গাওঁবাসীৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা অসম কৃষি বিশ্ববিদ্যালয়ৰ ছাত্ৰয়ো একালত জনসাহিত্য সৃষ্টিৰ প্ৰেৰণা লাভ কৰিব।**

অসম কৃষি বিশ্ববিদ্যালয়ৰ আন এটা কাম হ'ল, গাৱঁলীয়া সমাজৰ মৌল পটভূমিৰ বিচাৰ-বিশ্লেষণ কৰা। তাৰ বাবে লোকগীতি, লোকনৃত্য, ভাওনা, লোকশিল্প, লোক সাহিত্য আদিৰ বিষয়ে জনা আৰু গৱেষণা কৰাৰ নিতান্ত প্ৰয়োজন হৈ পৰে। এইবোৰ নতুন ভাবধাৰা আৰু বৈজ্ঞানিক বতৰাৰ সম্প্ৰসাৰণত অতিশয় আৱশ্যকীয় হৈ পৰে। কৃষ্টি-সংস্কৃতিৰ পটভূমি নজনাকৈ নতুন কৌশল জধে-মধে প্ৰয়োগ কৰাটো অসম্ভৱ। আশাকৰোঁ জনগণৰ লগত জড়িত সভ্যতা-সংস্কৃতিৰ মূল শাখা কেইটাৰ লগত যুক্ত থাকি অসম কৃষি বিশ্ব-বিদ্যালয়ে ভৱিষ্যতে অসমীয়া সাহিত্যৰ পৰিসৰ বঢ়োৱাত সহায় কৰিব পাৰিব। এই ক্ষেত্ৰত অসমৰ সাহিত্যিকসকলেও আমাক সহায় কৰিবলৈ বিনীত অনুৰোধ জনালোঁ।

এইখিনিতে অসমীয়া সাহিত্যিকসকলক দুটা কথা সোঁৱৰাই দিওঁ: (১) ভালেমান বছৰ বাহিৰত কটাই মোৰ ভাব হৈছে, অসমৰ বাহিৰে ভাৰতৰ আন আন ঠাইত অসমীয়া সাহিত্যৰ প্ৰচাৰ নাই। শৰৎ চন্দ্ৰ, বঙ্কিম চন্দ্ৰ, ৰবীন্দ্ৰ নাথ বা প্ৰেমচন্দক যেনেকৈ ভাৰতৰ সাহিত্যপ্ৰেমীয়ে জানে, আমাৰ সাহিত্যিকসকলক তেনেকৈ নেজানে। বাহিৰৰ মানুহৰ অসমৰ চিন্তাজগতৰ লগত পৰিচয় নাই বুলিও ক'ব পাৰি। **ইয়াৰ কাৰণ, আমাৰ চিন্তাৰ দৈন্যও নহয়, অযোগ্যতাও নহয়।** ইয়াৰ প্ৰধান কাৰণ হ'ল, প্ৰচাৰৰ অভাৱ।

জাতীয় সংহতিৰ ক্ষেত্ৰত সাহিত্য একাডেমী, ইউ-এন্ ই-এচকো আদিয়ে আঞ্চলিক সাহিত্যৰ প্ৰচাৰ কৰাৰ বাবে আগবঢ়োৱা সকলো সুবিধা আমি গ্ৰহণ কৰিব পৰা নাই। লগতে ভাল ইংৰাজী আৰু হিন্দী লিখিব জনা লোকসকলৰো অসমীয়া সাহিত্যক বাহিৰত সদৰি কৰাৰ প্ৰচেষ্টা তীব্ৰ নহয়। (২) কেৱল গল্প-উপন্যাসৰ সংখ্যা আৰু প্ৰচাৰেই এটা জাতিৰ সাহিত্যৰ ভেঁটি টনকিয়াল কৰিব নোৱাৰে। জ্ঞানৰ সকলো শাখাৰ গ্ৰন্থৰ নিজ ভাষাত প্ৰণয়ন হ'ব লাগে। কিন্তু আমাৰ ক্ষেত্ৰত সাহিত্যৰ সমতা বজাই ৰখা হোৱা নাই। আমাৰ প্ৰবন্ধ সাহিত্য, বিজ্ঞান সাহিত্য আৰু শিশু সাহিত্য এতিয়াও চালুকীয়া অৱস্থাত। বিজ্ঞান সাহিত্যত সকলো তথ্য থকা আৰু সকলো বিষয় সামৰা কিতাপ-পত্ৰ নাই। বিজ্ঞান সদায় গণতান্ত্ৰিক। বৈজ্ঞানিকে আশা কৰে যে, বিজ্ঞানৰ বতৰা সকলোৰে জনা উচিত। নহলে জন সমাজৰ দৃষ্টিভঙ্গী বৈজ্ঞানিক হব নোৱাৰে। বৈজ্ঞানিক দৃষ্টিভঙ্গী জনসমাজৰো প্ৰয়োজন, আনকি সাহিত্যিকৰো প্ৰয়োজন। অসমীয়া ভাষাত বিজ্ঞানৰ গ্ৰন্থ বিশেষ নাই। এইটো বৰ দুখৰ বিষয়। আশা কৰোঁ অসম সাহিত্য সভাই ইয়াৰ নেতৃত্ব দি অসমীয়া সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতিত অৰিহণা যোগাব।

অসম কৃষি বিশ্ববিদ্যালয়েও অসমীয়া বিজ্ঞান সাহিত্যত অৰিহণা যোগোৱাৰ আশা ৰাখিছে। ইয়াৰ সম্প্ৰসাৰণ বিভাগৰ কাম হ'ল, বিজ্ঞানৰ বতৰা সাধাৰণ ৰাইজক জনোৱা। তাৰ বাবে কৃষিৰ মূল বিষয়সমূহৰ সহজে বুজিব পৰা কথা অসমীয়াতে পুস্তিকা হিচাবে প্ৰকাশ কৰিছে আৰু ৰাইজৰ পৰা ভাল সঁহাৰিও পাইছে। ভবিষ্যতে এই আঁচনি ব্যাপক কৰাৰো পৰিকল্পনা আছে।

আজি মই প্ৰদৰ্শনীত ভৰি দি অনুপ্ৰাণিত হৈছোঁ। প্ৰদৰ্শনীৰ আয়োজন দেখি আপোনালোকলৈ শ্ৰদ্ধা হৈছে। আপোনালোকৰ চেষ্টাৰ শলাগ লৈছোঁ। **প্ৰদৰ্শনীৰ সংযোগ-স্থাপনৰ প্ৰধান মাধ্যম।** ভাষা-সাহিত্যৰ প্ৰচাৰত এনে এটি মাধ্যমৰ সহায় লৈ আপোনালোকে দূৰদৰ্শিতাৰ পৰিচয় দিছে। আমাৰ কৃষি বিশ্ব-



বিদ্যালয়তো প্ৰচাৰৰ প্ৰধান মাধ্যম প্ৰদৰ্শনী। তাৰ বাবে সুকীয়া শাখা এটিও আছে। তাত চলচ্চিত্ৰৰ পৰা আৰম্ভ কৰি সকলো বৈজ্ঞানিক ব্যৱস্থা আছে। আমাৰ বিশ্ববিদ্যালয়ত সাহিত্য আৰু কৃষ্টিৰ এটা বিভাগ স্থাপন কৰাৰ সিদ্ধান্তও লৈছোঁ। ভাবিছোঁ, আমিও এইদৰে ভাষা-সাহিত্য প্ৰচাৰৰ প্ৰদৰ্শনী পাতিম; আপোনা-লোকৰ দৰে আমিও সাংস্কৃতিক অবক্ষয় আৰু স্থিতাবস্থা আঁতৰাবলৈ চেষ্টা কৰি সাংস্কৃতিক সংহতিৰ যোগেদি জনগণৰ কল্যাণ কৰিম। আপোনালোকৰ প্ৰদৰ্শনী দেখি সেয়েহে আজি মই নতুন চেতনা লাভ কৰিছোঁ। সঁচাকৈয়ে মই উৎসাহিত হৈছোঁ। তাৰ বাবে ৰাইজক আৰু উদ্যোক্তাসকলক ধন্যবাদ জনাই আজিলৈ ইমানতে সামৰিলোঁ।

—জয়হিন্দ—

**শ্ৰীসভ্যৰঞ্জন বৰুৱা**

# অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ প্ৰতিবেদন

মাননীয় সভাপতি ডাঙৰীয়া, মাননীয় অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, সন্মানিত প্ৰতিনিধিসকল, মাননীয় নিমন্ত্ৰিত অতিথিসকল আৰু সেৱাৱথলি ৰাইজ!

আপোনালোক সকলোলৈকে কৰপুটে শ্ৰদ্ধাপূৰ্ণ প্ৰণাম জনাইছোঁ।

প্ৰধান সম্পাদকৰূপে অসম সাহিত্য সভাৰ গৌৰৱপূৰ্ণ আৰু ঐতিহ্যময় দায়িত্ব বহন কৰাৰ সুযোগ অৰ্পণ কৰি এই নিঃকিনক আপোনাসকলে যি সন্মান দিলে তাৰ কাৰণে সদৌ ৰাইজৰ ওচৰত ওৰে জীৱনৰ কাৰণে কৃতজ্ঞ হৈ ৰলোঁ।

যোৱা বছৰটোত অসমীয়া ভাষা-সাহিত্যৰ উন্নয়ন বা সম্প্ৰসাৰণৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ বৰঙণি অতি সামান্য। ব্যক্তিগত ভাৱে বা আনুষ্ঠানিকভাবে বিভিন্ন সাহিত্যিকে নিজ নিজ পবিত্ৰ কৰ্ত্তব্য পালন কৰি গৈছে। ন-পুৰণি লিখক-লিখিকাসকলৰ আশা-সুধীয়া সাধনাৰ ফলত অসমীয়া সাহিত্যৰ বোঁৱতী সুঁতিত নতুন ঢল নাহিলেও সোঁতৰ ছেদ পৰা নাই আৰু বহুবৰণীয়া সৃষ্টি প্ৰচেষ্টাই এই সোঁতৰ গতিধাৰাক ঐশ্বৰ্য্য আৰু সমৃদ্ধি দান কৰিছে। যোৱা বছৰটোত অসম সাহিত্য সভাই নতুন আঁচনি হাতত লৈ সকলোবোৰ কাৰ্য্যকৰী কৰিব যিদৰে নোৱাৰিলে, তেনেকৈ আটাইবোৰ পুৰণি আঁচনি সম্পূৰ্ণ কৰি তোলাতো বিশেষ আগবাঢ়িব নোৱাৰিলে। এইখিনিতে এনে হোৱাৰ কাৰণ সমূহ আমি আপোনালোকক জনাব খুজিছোঁ।

আমি প্ৰধান সম্পাদকৰ দায়িত্বভাৰ লোৱাৰ সময়ত অসম সাহিত্য সভাৰ সাধাৰণ পুঁজিত যথাৰ্থতে ৰাহি ধন নাছিল বুলিলেই হয়। আছিল এটা বৃহৎ পৰিমাণৰ টকাৰ ধাৰ। যোৱা বছৰৰ বাবে অসম চৰকাৰৰ পৰা পাব লগা বাৰ্ষিক অনুদান



আমাৰ কাৰ্য্যকালৰ ভিতৰত আমাৰ হাতত নপৰিলহিয়ে বুলিব লাগে। এই অনুদান বিচাৰি আমি নিজে শিক্ষামন্ত্ৰী, শিক্ষা-সচিব আদিক আৰু সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াই শিক্ষাধিকাৰ প্ৰমুখ্যে সংশ্লিষ্ট অধিকাৰসকলক সনিৰ্ব্বন্ধ অনুৰোধ জনোৱা সত্বেও, অসম চৰকাৰৰ পৰা এই অনুদান ১৯৭০ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখৰ আগতে পোৱা নহল। আনহাতে ৰাইজৰ দান বৰঙণি বিচাৰি জনোৱা আবেদনত, সাহিত্য সভা সপ্তাহ পালনত আৰু পুঁজি সংগ্ৰহ অভিযানত ৰাইজৰ পৰা যি সঁহাৰি পোৱা গল তাক পৰ্য্যাপ্ত বুলিব নোৱাৰি।

অসম সাহিত্য সভা ৰাইজৰ অনুষ্ঠান। যোৱা ৫৩ বছৰ ধৰি এই অনুষ্ঠান ৰাইজৰ উদাৰ আৰু অকৃত্ৰিম সহায় সমৰ্থন আৰু সহযোগতে চলি আছে। এই অনুষ্ঠানৰ প্ৰতি অসমৰ ৰাইজৰ স্নেহ আৰু শ্ৰদ্ধাৰ সীমা নাই। কিন্তু ত্ৰিশ হেজাৰৰো অধিক সভ্যৰ এই বৃহত্তম আৰু প্ৰাচীনতম সাহিত্য অনুষ্ঠানটো বৰ্ত্তি থাকিবৰ কাৰণে যদি চৰকাৰৰ দয়া আৰু অনুগ্ৰহৰ ওপৰত সদায় নিৰ্ভৰশীল হৈ থাকিবলগীয়া হয়, তেন্তে সাহিত্য সভাৰ ভবিষ্যত সম্পৰ্কে গভীৰভাবে চিন্তা কৰিবলগীয়া হৈছে।

প্ৰতিখন মুকলি অধিবেশনতে সাহিত্য সভালৈ চৰকাৰী অনুদান বৃদ্ধি কৰিবৰ কাৰণে জনোৱা আবেদনে আজিও চৰকাৰৰ অনুকূল সঁহাৰি লাভ কৰিবলৈ সমৰ্থ নোহোৱাটো দুৰ্ভাগ্যজনক কথা। তদুপৰি দিব লগা বাৰ্ষিক অনুদানো যথাসময়ত নিদিয়াৰ কাৰণে সাহিত্য সভা আৰু অভাৱনীয় দুৰ্য্যোগৰ সন্মুখীন হবলগীয়া হল।

আৱশ্যকীয় টকাৰ অভাৱতে এইবাৰ সাহিত্য সভাৰ পত্ৰিকাৰ মাত্ৰ এটা সংখ্যাহে প্ৰকাশ কৰিব পৰা হ'ল। বিভিন্ন ছপাশালক প্ৰায় ৬০ হেজাৰৰো অধিক টকা দিবলগীয়া থকাৰ কাৰণে অসম বা অসমৰ বাহিৰৰ ছপাশালবোৰে উঠনাকৈ পত্ৰিকা বা সভাৰ অন্যান্য ছপা কাম কৰিবলৈ আগ নবঢ়াৰ কাৰণে, আমি শ'ল-ঠেকত পৰিব লগা হয়। প্ৰবন্ধপাতি সকলো যুগুত কৰিও

পত্ৰিকা ছপাই উলিয়াব পৰা নগল। চৰকাৰী অনুদানৰ টকা পোৱাৰ পিছত আৰু অন্যান্য সূত্ৰৰ পৰা পোৱাৰ পিছত ছপাশাল বোৰক দিব লগা থকা আৰু অন্যান্য টকাৰ ২০ হেজাৰ টকাৰ ধাৰ মৰা হৈছে। আৰু ৪০ হেজাৰ টকা দিবলৈ এতিয়াও বাকী আছে।

গান্ধী শতবাৰ্ষিকী উপলক্ষে গ্ৰন্থ অনুবাদ আৰু প্ৰকাশৰ কাৰণে চৰকাৰৰ পৰা ১২ হেজাৰ টকা সাহিত্য সভাই পাইছিল। এই টকাও অন্যত খৰচ হৈ যোৱাৰ কাৰণে গান্ধী শতবাৰ্ষিকী বছৰত সাহিত্য সভাই প্ৰস্তাৱিত গ্ৰন্থ প্ৰকাশ কৰিব নোৱাৰিলে। আৰু গান্ধী শতবাৰ্ষিকী উপলক্ষে নিজস্ব কোনো গ্ৰন্থও প্ৰকাশ কৰিব নোৱাৰিলে। ডঃ প্যাৰেলালৰ "লাষ্ট ফেজ অব গান্ধীজী" নামৰ কিতাপখন অনুবাদ কৰিবৰ কাৰণে ইমৰাণ ছাহ আৰু ডঃ হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্যক ভাৰ দিয়া হৈছে। অলপতে অনুবাদৰ কাম সম্পূৰ্ণ হব বুলি আশা কৰা হৈছে।

এই বছৰত প্ৰকাশৰ কাৰণে এটা আধুনিক অসমীয়া কবিতাৰ সঙ্কলন, এটা ইংৰাজীলৈ অনুবাদ কৰা অসমীয়া চুটি গল্পৰ সঙ্কলন, এটা আধুনিক একাঙ্ক নাটকৰ সঙ্কলন, মিচিং গীতৰ সংগ্ৰহ আৰু সঙ্কলন, বড়ো ৰাভা গীতৰ সংগ্ৰহ আৰু সঙ্কলন, আৰু চাহ-বাগিচাৰ বনুৱাৰ গীত সঙ্কলনৰ আঁচনি লোৱা হৈছিল। যোগ্য লোকক এই বোৰৰ দায়িত্ব দিয়া হৈছিল। আৰু তেখেতসকলেও সভাৰ আহ্বানক্ৰমে এই দায়িত্ব গ্ৰহণ কৰি কামত আগবাঢ়িছে। ইতিমধ্যে দেউৰী গীতৰ এটা সংগ্ৰহ আৰু চাহ-বাগিচাৰ বনুৱাৰ গীতৰ এটা সংগ্ৰহ আমাৰ হাতত পৰিছেহি। চাহ-বাগিচাৰ বনুৱাৰ গীত সংগ্ৰহ কাৰ্য্যত কেইজনমান শিক্ষিত চাহবনুৱা ডেকা আৰু অন্যান্য লোকো সক্ৰিয়ভাৱে লাগি আছে। সাহিত্য সভাৰ সহযোগিতাত নেফাৰ সোৱণশিৰি অঞ্চলত সোৱণশিৰি কৃষ্টিকেন্দ্ৰ আৰু চিয়াঙত পূৰ্ব্বাঞ্চল কৃষ্টিকেন্দ্ৰ নামৰ দুটা সাহিত্য সংস্কৃতিৰ অনুশীলনী কেন্দ্ৰ স্থাপিত হৈছে। দিল্লী-নিবাসী অসমীয়াসকলৰ



যত্নত দিল্লী অসমীয়া সাহিত্য সমাজ নামৰ এটা অনুষ্ঠান প্ৰতিষ্ঠিত হৈছে। ই সাহিত্য সভাৰ স্বীকৃত সভ্যৰূপে পৰিগণিত হৈছে।

ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে শিক্ষাৰ মাধ্যম অসমীয়া কৰাৰ আঁচনি লৈ কাৰ্য্যকৰীভাবে কাম হাতত লৈছে। এই সাহসী পদক্ষেপে অসমীয়া ভাষা সাহিত্যৰ এক আশাৰূপ ভবিষ্যতৰ সূচনা কৰিছে। দুয়োটা বিশ্ববিদ্যালয় নিৰ্ভুল আৰু নিখুঁত আঁচনি কৰিব লাগিব আৰু এই বিষয়ত অসম সাহিত্য সভা তথা অসমৰ সাহিত্যিকসকলে অকৃত্ৰিম আৰু সক্ৰিয় সহযোগিতা আগবঢ়াই যাব বুলি আমি আশা কৰিছোঁ। এই নতুন মাধ্যমৰ সফল প্ৰয়োগক অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰগতি আৰু সম্প্ৰসাৰণৰ নতুন পদক্ষেপ বুলি গ্ৰহণ কৰিবৰ কাৰণে সংশ্লিষ্ট সকলোলৈকে আমি আহ্বান জনাইছোঁ। অসমীয়া ভাষা বিশ্ববিদ্যালয়ত উচ্চতম শিক্ষাৰ মাধ্যম হোৱা মানে এই ভাষাই উচ্চতম মৰ্য্যাদা লাভ কৰা। এই কথাৰ প্ৰতি বিশ্ব-বিদ্যালয় দুটা আৰু অসমীয়া ৰাইজ সজাগ থাকিব বুলি আমি আশা কৰিলোঁ। অসম কৃষি বিশ্ববিদ্যালয়েও পৰ্য্যায়ক্ৰমে যথাসম্ভৱ সোনকালে অসমীয়া মাধ্যম প্ৰৱৰ্ত্তন কৰিলেহে জ্ঞান-বিজ্ঞানৰ বিভিন্ন দিশৰ অসমীয়া ভাষাৰ মৰ্য্যদা সু-প্ৰতিষ্ঠিত হ'ব। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি সমন্বয় সমিতিয়ে অসম সাহিত্য সভাৰ সহযোগত অনা-অসমীয়া শিক্ষকসকলৰ কাৰণে এটা অসমীয়া ভাষা প্ৰশিক্ষণ শ্ৰেণী খোলাৰ ব্যৱস্থা কৰিছে।

দুখেৰে উল্লেখ কৰিবলগীয়া হৈছে যে অসম সাহিত্য সভাৰ নেতৃত্বত সদৌ অসমৰ ৰাইজে দীৰ্ঘকাল ব্যাপি আন্দোলন কৰাৰ ফলত অসমীয়া ভাষাই ৰাজ্যিক শাসকীয় ভাষাৰ স্বীকৃতি লাভ কৰিলে যদিও, আৰু ৰাজ্যভাষা আইন গৃহীত হোৱাৰ পিছত কেইবাটাও বছৰ পাৰ হৈ গ'ল যদিও এই ভাষা সদৌ ৰাজ্যত যথাবিহিতভাৱে প্ৰৱৰ্ত্তিত নোহোৱাটো অত্যন্ত পৰিতাপৰ কথা। ১৯৬৯ চনৰ ৪ ডিচেম্বৰত ঘোষণা কৰা সত্বেও, আজিপৰ্য্যন্ত

ৰাজ্য ভাষা প্ৰৱৰ্ত্তন নকৰাত সভাই গভীৰ দুখ প্ৰকাশ কৰে। এই বিষয়ত চৰকাৰৰ হেমাহি আৰু উদাসীনতা যিদৰে অক্ষমনীয় সেইদৰে আমাৰ শিক্ষিত শ্ৰেণী ৰাইজ তথা যিসকল লোকৰ অসমীয়াক ৰাজ্যভাষাৰূপে ব্যৱহাৰ কৰাৰ দায়িত্ব আছে সেই সকলৰ বহুতৰে নিষ্ক্ৰিয়তা আৰু স্থান-বিশেষে অসমীয়া ভাষা ব্যৱহাৰৰ প্ৰতি বিৰূপ মনোভাৱো কম জগৰীয়া নহয়। অসমীয়া ভাষাৰ মৰ্য্যাদা ৰক্ষাৰ যোগেদিহে অসমীয়াৰ জাতীয় অস্তিত্ব ৰক্ষা পৰিব পাৰে। আমি আশা কৰিছোঁ চলিত ১৯৭০ চনৰ পৰাই চৰকাৰে ৰাজ্যিক শাসকীয় ভাষা আইন কটকটীয়াভাৱে প্ৰয়োগ কৰিব আৰু ৰাইজেও এই বিষয়ত নিজস্ব ভূমিকা সচেতনভাৱে পালন কৰিব।

কেন্দ্ৰীয় চৰকাৰে ঘোষণা কৰা ত্ৰিভাষা সূত্ৰ সম্পৰ্কে কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে গভীৰ মনোযোগেৰে আলোচনা কৰিছে। কাৰ্য্যকৰী কৰিবৰ কাৰণেও সংশ্লিষ্ট সকলোলৈকে আমি অনুৰোধ জনালোঁ। অসমৰ সকলো ভাষা উপভাষাক যথাযোগ্য মৰ্য্যাদা দান কৰাৰ যি নীতি অসম সাহিত্য সভাই গ্ৰহণ আৰু অনুসৰণ কৰি আহিছে; অসমৰ ঐক্য, সংহতি আৰু ভাষিক আৰু সাংস্কৃতিক প্ৰগতিৰ কাৰণে সেই নীতি আমি অপৰিহাৰ্য্য বুলি বিবেচনা কৰোঁ। অসমৰ ভিতৰত প্ৰচলিত সকলো ভাষা-উপভাষাৰ উন্নতি অসম সাহিত্য সভাৰ লক্ষ্য। এই লক্ষ্যত উপনীত হ'ব লাগিলে বুজাবুজি, সহনশীলতা আৰু পাৰস্পৰিক সহযোগিতাৰ একান্ত প্ৰয়োজন। এনে এটা পৰিবেশ আৰু ভাবমণ্ডল সৃষ্টি কৰিবৰ কাৰণে অসম সাহিত্য সভাই যত্ন কৰি আহিছে আৰু কৰি যাব।

অসম সাহিত্য সভাৰ নিচিনা অৰাজনৈতিক আৰু অসাম্প্ৰদায়িক বৃহৎ ৰাজহুৱা অনুষ্ঠান আন এটা অসমত আনকি ভাৰততো নাই। কোনোদিনেই ই কোনো বিশেষ ৰাজনৈতিক দল বা ৰাজনৈতিক আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা নাই। কেন্দ্ৰৰ বা ৰাজ্যৰ গণতান্ত্ৰিক চৰকাৰৰ পৰা যি দান, অনুদান আদি পোৱা



যায়, সি অতি সামান্য; আৰু সেই দান-অনুদানৰ পৰিমাণ যিমানেই বৃদ্ধি কৰা নহওক লাগিলে অসম সাহিত্য সভা চৰকাৰৰ প্ৰভাৱাধীন বা মুখাপেক্ষী কাহানিও হোৱা নাই আৰু নহব বুলিয়ে আমাৰ বিশ্বাস। সাহিত্য সভাৰ দুৱাৰ সকলোৰে কাৰণে সদায় মুকলি, কিন্তু কোনো মন্ত্ৰীয়েই হওক, চৰকাৰী কৰ্ম্মচাৰীয়েই হওক বা ৰাজনৈতিক কৰ্মীয়েই হওক, সাহিত্য-সেৱী ৰূপেহে অসম সাহিত্য সভাই তেওঁলোকৰ সহযোগিতা গ্ৰহণ কৰে, অন্য পৰিচয়ত নহয়। সাহিত্য কৰ্ম আৰু সাহিত্য চিন্তাৰ অসম সাহিত্য সভাই প্ৰতিজন লোকৰ আদৰ্শ, বিশ্বাস আৰু ৰুচি অভিৰুচিৰ স্বতন্ত্ৰতাক শ্ৰদ্ধা জনাই আহিছে। আৰু এইবাবেই এই অনুষ্ঠানে ইয়াৰ গণতান্ত্ৰিক ঐতিহ্য অক্ষুণ্ণ ৰাখিব পাৰিছে।

অসম সাহিত্য সভা দিনক দিনে মেলামুখী হৈ যোৱা বুলি মাজে মাজে উত্থাপিত হোৱা অভিযোগ বা মন্তব্যও নিশ্চয় চিন্তনীয় কথা। প্ৰধান বিবেচনাৰ বিষয় মুকলি অধিবেশনৰ অভাৱনীয় জন সমাবেশ সাহিত্য সভাৰ জনপ্ৰিয়তা আৰু সম্প্ৰসাৰণৰ ইঙ্গিত দিয়েনে নিদিয়ে, আৰু এই জাতীয় অনুষ্ঠানটোৰ প্ৰতি সৰ্ব্বসাধাৰণৰ এনেকুৱা উদ্যম আৰু আগ্ৰহ মূল অনুষ্ঠানটোৰ কাৰণে কিবা ক্ষতিৰ কাৰণ হৈ উঠিছে নেকি? দিনে দিনে শিক্ষা সাহিত্যৰ সম্প্ৰসাৰণ হোৱাৰ কালছোৱাত, মুকলি বাৰ্ষিক অধিবেশনক কেৱল লিখক-সাহিত্যিকৰ আলোচনাচক্ৰ জাতীয় অনুষ্ঠান কৰি ৰখাতকৈ, সাহিত্য সভাৰ যোগেদি জনসাধাৰণক লিখক-সাহিত্যিক সকলৰ সমাবেশত যোগদান কৰাৰ সুযোগ দিয়াটো অবাঞ্ছনীয় নহয় বুলিয়ে আমাৰ ধাৰণা। বৃহত্তম জাতীয় অনুষ্ঠানটোৰ বছৰৰ মূৰত এবাৰ হোৱা মুকলি অধিবেশনত সৰ্ব্ব-সাধাৰণৰ যোগদান এক জাতীয় উৎসৱত যোগদানৰ অনুৰূপ বুলি ধৰাত ভয় খাবলগীয়া নাই বুলিয়ে আমি ভাবো। সাহিত্য সভাৰ প্ৰতি ৰাইজৰ এই নিঃস্বাৰ্থ আগ্ৰহ সজাগ জাতীয় চৈতন্যৰ পৰিচায়ক। অৱশ্যে ৰাইজৰ এই স্বতস্ফূৰ্ত্ত আগ্ৰহক যথোচিত

ভাৱে পুৰস্কৃত কৰিবৰ কাৰণে সাহিত্য সভায়ো অক্লান্তভাৱে কাম কৰি যোৱাৰ দায়িত্ব বহন কৰিব লাগিব।

সাহিত্য সভাৰ মুকলি অধিবেশনত প্ৰতি বছৰে নেপাতি ছুই তিনি বছৰৰ মূৰে মূৰে পতাৰ বিষয়ে চিন্তা কৰাৰো প্ৰয়োজন হৈছে।

মুকলি অধিবেশনৰ কাৰণে সভাপতি নিৰ্ব্বাচন কৰা পদ্ধতি সম্পৰ্কেও সমালোচনা হৈছে। এই বিষয়ত সমগ্ৰ অসমৰ সাহিত্যিক প্ৰতিনিধিসকলে সৰ্ব্বসন্মতভাৱে গ্ৰহণ কৰা নীতি অনুসৰণ কৰিয়ে সভাপতি নিৰ্ব্বাচন কৰা হৈ আহিছে। বৰ্ত্তমান প্ৰচলিত গণতান্ত্ৰিক পদ্ধতিৰ ঠাইত অন্য গ্ৰহণযোগ্য পদ্ধতিৰ আঁচনি কোনোবাই আগবঢ়ালে সি নিশ্চয় বিবেচনাৰ যোগ্য হব। সভাপতি নিৰ্ব্বাচনৰ ক্ষেত্ৰত কোনো প্ৰকাৰৰ পক্ষপাতিত্বক প্ৰশ্ৰয় দিয়া নহয় বুলি আমি ডাঠি কব পাৰোঁ। অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ জগতলৈ মূল্যবান বৰঙণি আগবঢ়োৱা প্ৰতিজন সাহিত্য-সেৱীক যথাযোগ্য স্বীকৃতি আৰু সন্মান দান কৰাত কাৰ্পণ্য বা পক্ষপাতিত্ব কৰিলে, সাহিত্য সভাৰ এটা মূল লক্ষ্যই ব্যৰ্থ হৈ যাব।

অসমীয়া বিশ্বকোষ প্ৰণয়ন, এখন বৃহৎ অসম বুৰঞ্জী প্ৰণয়ন, অসমীয়া ভাষা সাহিত্যৰ এখন পূৰ্ণাঙ্গ বুৰঞ্জী প্ৰণয়ন, এখন বিজ্ঞানসন্মত অসমীয়া ব্যাকৰণ প্ৰণয়ন আদি সাহিত্য সভাই গ্ৰহণ কৰা হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিবোৰ প্ৰধানতঃ আৱশ্যকীয় পুঁজিৰ অভাৱতে কাৰ্য্যকৰী কৰিব পৰা হোৱা নাই। অসমৰ ৰাইজ আৰু চৰকাৰে এনে পুঁজিৰ যোগান নধৰিলে, আঁচনিবোৰ সফল কৰাৰ আশা অতি ক্ষীণ। সুখৰ বিষয় যে ইতিমধ্যে বিশ্বকোষ প্ৰণয়ন আৰু প্ৰকাশৰ বাবে এখন বিস্তৃত আঁচনি প্ৰকাশন পৰিষদে গ্ৰহণ কৰাৰ পিচত সাহিত্য সভাই সেই আঁচনিৰ সফলতাৰ কাৰণে যথাবিহিত কৰিবলৈ মনস্থ কৰিছে।

বহু বছৰ ধৰি সাহিত্য সভাই এটি নিজস্ব ছাপাখানা পতাৰ আঁচনি কৰি আহিছে। তিনি লাখ টকাৰ এটা ছাপাখানা পতাৰ



আঁচনিও আমি চৰকাৰৰ ওচৰত দাখিল কৰিছিলোঁ। এতিয়ালৈকে এই বিষয়ত একো হোৱাগৈ নাই।

যোগ্য সাহিত্যিকক চৰকাৰী সাহিত্যিক পেন্সন দিয়াবৰ কাৰণে সাহিত্য সভাই আৱশ্যকীয় ব্যৱস্থা লৈ আহিছে। এই বিষয়ত চৰকাৰৰ স্পষ্ট আৰু নিৰপেক্ষ নীতি থকাটো নিতান্ত বাঞ্ছনীয়। সাহিত্য সেৱাৰ স্বীকৃতি আৰু পুৰস্কাৰ স্বৰূপে আৰু ক্ষেত্ৰবিশেষে সাহিত্যিকৰ সংস্থানৰো অংশ হিচাপে প্ৰধানতঃ আৰ্থিকভাৱে নিশকতীয়া আৰু সীমিত আৰ্জনৰ শিল্পী সাহিত্যিকক উদাৰভাৱে আৰু সন্মানজনকভাৱে পেন্সন দিয়াৰ নীতি চৰকাৰে বিধিবদ্ধ কৰা উচিত। সাধাৰণ কায়িক শ্ৰম কৰা চৰকাৰী চাকৰিয়ালকো চৰকাৰী পেন্সন দিয়াৰ ব্যৱস্থা থকা অৱস্থাত, ভাষা সাহিত্যৰ কাৰণে জীৱনৰ শ্ৰেষ্ঠতম চিন্তাশ্ৰম আগবঢ়াই নিজৰ সাহিত্য সংস্কৃতিৰ ভড়াল চহকী কৰা লোকসকলক যথাযোগ্য চৰকাৰী আৰ্থিক সাহায্য দিয়াও কাৰ্পণ্য কৰাটো নিতান্ত বাঞ্ছনীয় নহয়। ভিক্ষাৰীক ভিক্ষা দিয়াৰ মনোবৃত্তিৰে নিদি সন্মানজনক পুৰস্কাৰ হিচাপে পেন্সন দিয়াৰ নীতি নকৰিলে, সাহিত্যিকসকলৰ মৰ্য্যাদা ৰক্ষা নপৰে।

যোৱা বছৰ অসম সাহিত্য সভাই ৪২ হেজাৰ টকাৰ এখন পুথি প্ৰকাশ আঁচনি চৰকাৰৰ ওচৰত দাখিল কৰা হৈছিল। চৰকাৰৰ পৰা এই বিষয়ত কোনো অনুকূল সঁহাৰি পোৱা নগল।

বৰপেটা সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিয়ে দিয়া ২৫০০ টকাৰ অনুদানেৰে বৰপেটা অধিবেশন বাৰ্ষিকী ছপাৰ কাৰণে ছপাখানাত দিয়া হৈছে।

হেমচন্দ্ৰ গোস্বামীৰ উত্তৰাধিকাৰী শ্ৰীশৰৎচন্দ্ৰ গোস্বামী আৰু শ্ৰীপ্ৰফুল্লচন্দ্ৰ গোস্বামীৰ পৰা হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী সঙ্কলন কৰি প্ৰকাশ কৰিবৰ কাৰণে ১০ হেজাৰ টকাৰ অনুদানৰ প্ৰতিশ্ৰুতি পোৱা হৈছে। ইতিমধ্যে গোস্বামীৰ ৰচনাৱলী সম্পাদনাৰ ভাৰ শ্ৰীবেণুধৰ শৰ্ম্মাক দিয়া হৈছে।

মফিজুদ্দিন আহম্মদ হাজৰিকাৰ জন্ম-শতবাৰ্ষিকী, পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকী আৰু হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী পালনৰ আঁচনি আৰু প্ৰাৰম্ভিক প্ৰস্তুতিৰ কাম হাতত লোৱা হৈছে।

গোপাল গোস্বামী স্মৃতি পুঁজিৰ ভিত্তিত শিশু সাহিত্য প্ৰতিযোগিতা পতা হৈছে। প্ৰতিযোগিতাৰ বিষয়বস্তু জোনৰ দেশত মানুহ নামৰ শিশুৰ উপযোগী গ্ৰন্থ ৰচনা। এই গ্ৰন্থৰ পাণ্ডুলিপি দাখিল কৰাৰ তাৰিখ ৩১ মাৰ্চলৈ বঢ়াই দিয়া হৈছে।

যোৱা বছৰ স্কুলীয়া আৰু কলেজীয়া আলোচনীৰ প্ৰতিযোগিতা পতা হৈছিল। এই প্ৰতিযোগিতাত বি· বৰুৱা কলেজ আলোচনী, প্ৰাগ্‌জ্যোতিষপুৰ কলেজ আলোচনী আৰু আৰ্য্য বিদ্যাপীঠ কলেজ আলোচনীয়ে পুৰস্কাৰ লাভ কৰিছে। অসম ভেটেনেৰী কলেজৰ মুখপাত্ৰ ভেতকলএ ( vetcol ) বিশেষ পুৰস্কাৰ লাভ কৰিছে।

স্কুলীয়া পৰ্য্যায়ত পতা প্ৰতিযোগিতাত অইল ইণ্ডিয়া হাইয়াৰ চেকেণ্ডেৰী স্কুল, কটন কলেজিয়েত হাইয়াৰ চেকেণ্ডেৰী স্কুল, ডি. চি. বি. গাৰ্লচ হাইস্কুল আলোচনীয়ে পুৰস্কাৰ লাভ কৰে।

পুৰস্কাৰ দিবৰ কাৰণে বিবেচনা কৰিবৰ কাৰণে শ্ৰেষ্ঠ গ্ৰন্থ বাছনিৰ ব্যৱস্থা কৰা হৈছে।

সভাৰ পুঁজিত দান দিবৰ উদ্দেশ্য শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাই সুৰ দেউলৰ পূজাৰী নামৰ কিতাপখনিৰ ২৬০ কপি আৰু গান্ধী শতবাণী নামৰ গ্ৰন্থৰ ২৬০ কপি দান কৰাৰ কাৰণে সভাই ধন্যবাদ জনাইছে।

শ্ৰীহৰিমোহন চৰকাৰে তুকুৰীয়া গীত নামৰ তেখেতৰ দ্বাৰা সংগৃহীত আৰু প্ৰকাশিত ৰাভাগীতৰ সংগ্ৰহৰ ৫০ কপি সাহিত্য সভালৈ দানদিয়াৰ বাবে ধন্যবাদ জ্ঞাপন কৰা হল।

বেজবৰুৱাৰ ৰচনাৱলীৰ দ্বিতীয় খণ্ড প্ৰকাশ পাইছে। আমাৰ কাৰ্য্যালয়ৰ ভিতৰত নিম্নলিখিত স্মৃতিদিবসবিলাক উদযাপিত কৰা হয়।

বেজবৰুৱাৰ শতবাৰ্ষিকী সামৰণি উৎসৱ গুৱাহাটীত, বিষ্ণুৰাভা স্মৃতি দিবস, জ্ঞাননাথ বড়া, পদ্মধৰ চলিহা আৰু ৰাধাকান্ত সন্দিকৈ।



গান্ধী শতবাৰ্ষিকী উপলক্ষে গুৱাহাটীত কবি সন্মিলন আৰু আলোচনাচক্ৰ পতা হয়।

ৰাষ্ট্ৰপতি জাকিৰ হুচেইনক অসম ভ্ৰমণ কালত অভিনন্দন পত্ৰ প্ৰদান কৰা হয় আৰু সম্বৰ্দ্ধনা জনোৱা হয়।

সভাৰ প্ৰচাৰ আৰু সংগঠনৰ কামত সভাপতি, প্ৰধান সম্পাদক, সহকাৰী সম্পাদক দুজনে উজনী আৰু নামনি অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে।

পুৰস্কৃত কৰিব লগা ছাত্ৰসকলৰ নাম শিক্ষা বিভাগৰ পৰা নোপোৱা কাৰণে এতিয়ালৈকে বনমালী শইকীয়া পুঁজি আৰু হৰিহৰ চৌধুৰী পুঁজিৰ বটা বিতৰণ কৰিব পৰা হোৱা নাই।

গুৱাহাটী ষ্টেচন ৰেলৰে কলনিত জুই লগাৰ ফলত ভগৱতী প্ৰসাদ বৰুৱাৰ ভৱনৰ জুয়ে যি ক্ষতি কৰে তাৰ ক্ষতিপূৰণ বিচাৰি ২৫০০ টকাৰ যি আবেদন জনোৱা হৈছিল, তাৰ কোনো সমিধান আজিলৈকে পোৱা নাই। ইতিমধ্যে ভৱন সংৰক্ষণ সমিতিয়ে ভগৱতী প্ৰসাদ বৰুৱা ভৱনটো বীমা কৰাৰ ব্যৱস্থা হাতত লৈছে।

আমাৰ কাৰ্য্যকালত হোৱা ২২ খন নতুন শাখা সভাকে ধৰি বৰ্ত্তমান অসম সাহিত্যসভাৰ শাখা সভাৰ সংখ্যা ২৬২ খন।

এই বছৰ ৩ খন নতুন সভাক স্বীকৃতি দিয়া হৈছে। আৰু আজীৱন সভ্য হল ২০ জন।

আমাৰ শাখা সভাসমূহে যোৱা বছৰটোত মূলসভাৰ নিৰ্দ্দেশ অনুযায়ী আৰু স্থানীয় প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি আলোচনা সভা, স্মৃতিসভা, আদিৰ সম্পন্ন কৰাৰ বিৱৰণ আমাৰ হাতত পৰিছেহি। সাধাৰণ সভ্য বৃদ্ধি আৰু আজীৱন সভ্য-ভৰ্ত্তিৰ বাবেও কেইবাখনো শাখা সভাই সক্ৰিয়ভাৱে চেষ্টা কৰিছে।

ইতিমধ্যে উত্তৰ লক্ষীমপুৰ আৰু তেজপুৰত সাহিত্য সভাৰ নিজস্ব ভৱন নিৰ্ম্মাণ হোৱাটো আনন্দৰ কথা। তেজপুৰত বহু টকা ব্যয় কৰি সজা ভৱনটি অলপতে সভাপতিয়ে উদ্বোধন কৰে। নগাওঁতো ভৱন নিৰ্ম্মাণৰ কাম প্ৰায় সম্পূৰ্ণ হৈছে। বৰপেটাতো

সাহিত্য সভা ভৱন নিৰ্ম্মাণৰ আঁচনি লোৱা হৈছে। ধুবুৰী, ডিগবৈ, পাঠশালা, ৰঙীয়া, মাকুম, পলাশবাৰী, কমলাবাৰী বৰহাপজানত নিজস্ব ভৱন নিৰ্ম্মাণৰ প্ৰচেষ্টা চলিছে। কোনো কোনো শাখা সভাই ভৱন নিৰ্ম্মাণৰ কাৰণে কেন্দ্ৰীয় সভাৰ পৰা সাহায্য বিচাৰি জনোৱা আবেদন আমি পাইছোঁ। পুঁজিৰ অভাৱৰ কাৰণেই, কোনো সাহায্য কাকো দিব পৰা সম্ভৱ হোৱা নাই। সেই দৰে কোনো কোনো শাখাই আলোচনী আদি প্ৰকাশৰ কাৰণে অৰ্থ সাহায্য বিচৰাত অস্বাভাৱিকতা একো নাই। কিন্তু পুঁজিৰ সীমাবদ্ধতাই ইচ্ছা থকা সত্ত্বেও সাহায্য দিয়াৰ পৰা সভাক বিৰত ৰাখিছে। এনে বিষয়ত ডিব্ৰুগড় মহকুমা পৰিষদে যি উদ্যমেৰে আৰু ঐকান্তিকতাৰে কাম কৰিছে সি প্ৰেৰণাদায়ক। অন্যান্য শাখায়ো এনে ধৰণে হাতেকামে লাগিলে সাহিত্য সভাৰ দায়িত্ব বহুখিনি পালন কৰা হব।

দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা সাহিত্য শিক্ষনীয় বিষয় হিচাপে প্ৰৱৰ্ত্তন কৰাবৰ কাৰণে প্ৰচেষ্টা চলোৱা হৈছে। তদুপৰি ৰুচ দেশৰ মস্কো বিশ্ববিদ্যালয়ৰ লগতো যোগাযোগ কৰা হৈছে।

অনতিপলমে অসম সাহিত্য সভা বৰ্ত্তমানৰ বিপদজনক আৰু হতাশজনক পৰিস্থিতিৰ পৰা মুক্ত হব বুলি আমি আশা ৰাখিছোঁ। ৰাইজৰ অকুণ্ঠ আৰু নিঃস্বাৰ্থ শ্ৰদ্ধা আৰু সমৰ্থনেই সভাৰ স্থায়ী মূলধন। এই মূলধনক কামত খটাব পৰাৰ ওপৰতেই সভাৰ সফলতাৰ সম্ভাৱনা নিৰ্ভৰ কৰিছে। শাখা সভা আৰু স্বীকৃত সভাবোৰৰ উপৰিও দেশবাসীৰ সহায় সমৰ্থন উপদেশ নিৰ্দ্দেশে সভাক শক্তি আৰু প্ৰেৰণা দান কৰিব। অসমীয়া ভাষা সাহিত্য তথা অসম সাহিত্য সভাক অসমৰ ৰাইজেই জীয়াই ৰাখি ফুলেফলে জাতিস্কাৰ কৰি তুলিব লাগিব। অসমৰ স্বাৰ্থৰ লগত নিজক জড়িত ৰখা প্ৰতিজন লোকেই অসম সাহিত্য সভাৰ স্বাৰ্থৰ লগতো জড়িত থকা বুলি ধৰাত কোনো অতিৰঞ্জন নাই নিশ্চয়। প্ৰতিজন অসমবাসী সাহিত্য সভাৰ শুভাকাঙ্ক্ষী এই কথাও আমি জানো। সেই কাৰণেই

# অসম সাহিত্য সভা

## সাধাৰণ পুঁজিৰ ১. ৪. ৬৯ তাৰিখৰ পৰা ৩১. ১২. ৬৯ তাৰিখলৈ জমা-খৰচৰ হিচাপ

| জমা | টঃ পৰিমাণ |
|---|---|
| আৰম্ভণী উদ্বৃত্ত : নগদ | ৫৯৭·৩৩ |
| ঐ : বেঙ্ক | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক, যোৰহাট একাউণ্ট নং ১৩৭৯ | ৭৮৩·৭২ |
| ঐ ঐ ঐ ঐ গুৱাহাটী ঐ ১৫২৭ | ৯৯০·২২ |
| বৰঙণি : শাখা সভা | ১,০৫৪·৭০ |
| স্বীকৃত সভা | ৪০·০০ |
| আজীৱন সভ্যৰ ভৰ্ত্তি | ৫·০০ |
| আজীৱন সভ্যৰ অক্ষয় পুঁজি | ৫০০·০০ |
| দক্ষিণ পাট অধিকাৰ গোস্বামী অক্ষয় পুঁজি | ১৭৯·০০ |
| বণমালী শইকীয়া অক্ষয় পুঁজি | ১,০০১·০০ |
| ঋণ : ৰাধাকান্ত সন্দিকৈ | ৪,০০০·০০ |
| ভগৱতী প্ৰসাদ ভৱন অবৰক্ষণ সমিতি | ১,০০০·০০ |
| প্ৰকাশন : সাধাৰণ | ৪,২৫৮·৮৭ |
| পত্ৰিকা | ১৭৯·৬০ |
| বিবিধ : চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ ভাড়া | ১৫·০০ |
| ছবি পতাকা আদি বিক্ৰী | ১৯৫·২০ |
| অসমীয়া ভাষাজ্ঞান প্ৰমাণপত্ৰ পৰীক্ষা | ১৪·০০ |
| সাময়িক দান | ৩০·০০ |
| ছাপাশাল : অসম সাহিত্য সভা | ৫০·০০ |
| ডাক আৰু তাঁৰ : টেলিফোন | ৩৯·৯০ |
| বেজবৰুৱা : কুপন আদি বিক্ৰী | ৬৪০·০০ |
| প্ৰকাশন : বেজবৰুৱা | ৮,৩৩৩·০৯ |
| সামৰণী ঋণ : বেঙ্ক | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক, গুৱাহাটী একাউণ্ট নং ১৫২৭ | ১০৪·৫৬ |
| মুঠ— | ২৪,০১১·১৯ |

| খৰচ | টঃ পৰিমাণ |
|---|---|
| দৰ্মহা | ৭,৮২৯·২৮ |
| ভ্ৰমণ বানচ আদি | ২,৯০৩·৩২ |
| পৰিবহণ | ১৯৬·৮৪ |
| ডাক আৰু তাঁৰ : | |
| ডাক টিকট | ২,৭৬৮·৪০ |
| তাঁৰ | ১৪১·৩০ |
| অৰ্থ প্ৰেৰণ | ৫·৯৫ |
| টেলিফোন | ১,৮৪১·১৫ |
| খাজনা আৰু কৰ : পৌৰসভাৰ কৰ | ৫৫·০৮ |
| বিজুলী শক্তি | ২২০·০২ |
| লেখন সামগ্ৰী আদি | ১২৩·৬৮ |
| নৈমিত্তিক ব্যয় | ১,০৮৯·২৫ |
| মুদ্ৰণ আৰু প্ৰকাশন : ক্ষুদ্ৰ মুদ্ৰণ | ৭৮৭·০০ |
| প্ৰকাশণ : পত্ৰিকা | ২১·১৬ |
| আচবাব পত্ৰ আৰু সঁজুলি ও অন্যান্য | ১২·৭৫ |
| গ্ৰন্থাগাৰ | ১১·৬৫ |
| চন্দ্ৰকান্ত ইন্দ্ৰকান্ত স্মৃতি দিবস | ১০৪·০০ |
| সমিতি আদি বৈঠক | ১০৯·৭০ |
| বিশেষ দান | ১০০·০০ |
| সম্পত্তি প্ৰতিপালন | ২২৫·০০ |
| চন্দ্ৰকান্ত অভিধান | ২০০·০০ |
| বেঙ্কৰ ভৰণি : অ: কো: এ: বে: যোৰহাট | ২১·৫০ |
| ঐ ঐ ঐ ঐ গুৱাহাটী | ৪·০০ |
| বেজবৰুৱা : তৈলচিত্ৰ | ২০০·০০ |
| প্ৰকাশন : বেজবৰুৱা | ২,২৫৫·৭২ |
| বেজবৰুৱা : বিবিধ | ৪৫০·০০ |
| গুৱাহাটী আৰু কেন্দ্ৰীয় কাৰ্য্যালয়ৰ সংযোজন | • |
| আদিৰ স্থগিত হিচাপ | ৬৪০·১১ |
| সামৰণী উদ্বৃত্ত : নগদ | ২৭৫·২৭ |
| : বেঙ্ক | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক যোৰহাট একাউণ্ট নং ৬৭৬০ | ৫০·০০ |
| ঐ ঐ ঐ ঐ ঐ ঐ ১৩৭৯ | ১,৩৬৯·০৬ |
| মুঠ— | ২৪,০১১·১৯ |

একে তাৰিখৰ হিচাপ পৰীক্ষাৰ টোকা অনুযায়ী উক্ত হিচাপ সঠিক পোৱা হৈছে

স্বাঃ শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু
১৫|২|৭০

স্বাঃ মঃ চাকী
এম্. চাকী, এম্. কম্. এফ. চি. এ
চাৰ্টাৰ্দ একাউণ্টচ্
হিচাপ-পৰীক্ষক, অসম সাহিত্য সভা

আৰ্ল ৰ'ড, গুৱাহাটী-১
১১ ফেব্ৰুৱাৰী ১৯৭০

# অসম সাহিত্য সভা

## বেজবৰুৱা শতবাৰ্ষিকী পুঁজিৰ ১।৪।৬৭ তাৰিখৰ পৰা ৩১।১২।৬৯ তাৰিখলৈ ( মুঠ ) জমাখৰচৰ হিচাপ

| জমা | টকা পৰিমাণ | খৰচ | টকা পৰিমাণ |
|---|---|---|---|
| চৰকাৰী অনুদান | ৪০,০০০·০০ | স্মৃতি ফলক | ১,০০০·০০ |
| বিশেষ পুঁজি | ৬,৯৩৬·০০ | স্মৃতি স্তম্ভ | ৪,৪৫৬·৫০ |
| শাখা সভাৰ দ্বাৰা সংগ্ৰহ | ৯,০৩৩·০১ | তৈলচিত্ৰ উন্মোচন আদি | ২,৮১২·০০ |
| কুপন বিক্ৰীৰ দ্বাৰা সংগ্ৰহ | ১,৬৪০·০০ | বেজবৰুৱা ভবন নিৰ্ম্মাণ কাৰ্য্যালয় : দৰ্ম্মহা | ৩,৬৬৬·০০ |
| আঞ্চলিকৰ দ্বাৰা সংগ্ৰহ | ২৩,২৭৫·২০ | বেজবৰুৱা : কেলেণ্ডাৰ | ২,৮২৩·০০ |
| বেজবৰুৱাঃ কেলেণ্ডাৰ | ১,২৮৮·০০ | প্ৰচাৰ | ২৯,৪০০·৫৩ |
| ছবি আদি বিক্ৰী | ১,৩২৩·০৯ | ভ্ৰমণ বানচ আদি | ১১,৬৫৯·৫৫ |
| বেজবৰুৱা চ'ৰা | ২,৭১৩·০০ | বেজবৰুৱা : প্ৰকাশন | ১৭,৬৩৫·০০ |
| বেজবৰুৱা প্ৰকাশন | ১৫,১৭৪·২৮ | তথ্য চিত্ৰ | ৩০,৭৪৩·০০০ |
| তথ্য চিত্ৰ : চৰকাৰী অনুদান | ১৪,০০০·০০ | বিবিধ | ১০,১৭৮·৮২ |
| „ ভাড়া | ১০০·০০ | ডাঁক আৰু তাঁৰ | ৩,৩২৭·২৯ |
| ডাকঘৰ বিক্ৰী | ৩৫১·০০ | টেলিফোন | ৬১২·০০ |
| সাধাৰণ পুঁজিৰ পৰা ঋণ | ৩,৭০০·১৭ | বেজবৰুৱা : বটা | ১,৩০০·০০ |
| মুঠ | ১,১৯,৬১৩·৭৫ | মুঠ | ১,১৯ ৬১৩·৭৫ |

## হিচাব পৰীক্ষকৰ টোকা

উক্ত "বেজবৰুৱা শতবাৰ্ষিকী" উৎসৱৰ হিছাপ আমি ১।৪।৬৭ তাৰিখৰ পৰা ৩১।১২।৬৯ লৈ হিছাপ বহী আৰু সংশ্লিষ্ট কাকত পত্ৰ সংযোজন কৰি উক্ত কালৰ জমা আৰু খৰচৰ হিছাপ প্ৰস্তুত কৰিলোঁ। কিন্তু (ক) ১৯৬৭-৬৮ চনৰ হিছাপৰ শিতানত সান মিহলি আৰু (খ) কিছুমান টকাৰ আদান-প্ৰদানৰ খবৰ আৰু বাখ্যাৰ বাবদ (গ) উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড়, মঙ্গলদৈ, গাৰোপাহাৰ আদি কেইখনমান আঞ্চলিকসকলৰ কুপনৰ সম্পূৰ্ণ হিছাপ নোপোৱাৰ, (ঘ) আঞ্চলিক হিছাপ হিচাপ-পৰীক্ষাৰ ব্যয় প্ৰমাণপত্ৰ ( utilisation certificate of internal auditor ) আৰু (ঙ) বেজবৰুৱা ভৱনৰ শিতানৰ দিয়া টকাৰ ব্যয় প্ৰমাণপত্ৰৰ অভাৱত, আমাৰ হিছাপৰ টোকা দিয়া সম্ভবপৰ নহয়। সেই গতিকে এই হিছাপৰ টোকা আমি ৩১।৩।৭০ চনৰ হিছাপৰ টোকাৰ লগত দিবলৈ স্থিৰ কৰিছোঁ।

"বেজবৰুৱা শতবাৰ্ষিকী"ৰ ৩১।১২।৬৯ তাৰিখলৈ ঋণৰ তালিকা ( List of Liabilities ) আৰু কিতাপৰ তালিকাৰ প্ৰয়োজন।

স্বাঃ শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু

১৫।২।৭০

স্বাঃ মঃ চাকী

এম্, চাকী, এম্. কম্., এফ্. চি. এ.

চাৰ্টাৰ্ড একাউণ্টেণ্ট্চ

হিচাপ পৰীক্ষক, অসম সাহিত্যসভা

আৰ্ল ৰ'ড, গুৱাহাটী-১

১১ ফেব্ৰুৱাৰী ১৯৭০

সাহিত্য সভাই ৰাইজৰ ফালৰ পৰা অহা সমালোচনাক সদায় শ্ৰদ্ধাৰে বিবেচনা কৰি আহিছে। এনে সমালোচনাই সাহিত্য সভাৰ প্ৰতি ৰাইজৰ সজাগতাৰ কথাকে প্ৰমাণ কৰে।

ধিঙত এইবাৰ সাহিত্য সভাৰ অধিবেশন পাতিবলৈ লোৱাটো একপ্ৰকাৰ দুঃসাহসৰে কথা বুলিব পাৰি। তথাপি অভ্যৰ্থনা সমিতিয়ে তথা স্থানীয় ৰাইজে দেহেকেহে খাটি এই বিৰাট আয়োজন কৰাৰ কাৰণে আমি সকলোলৈকে অভিনন্দন আগ বঢ়াইছোঁ। অভ্যৰ্থনা সমিতিকে মুখ্য কৰি, স্থানীয় সকলোলৈকে, প্ৰতিনিধি-সকললৈ, বিশিষ্ট অতিথিসকললৈ, বিভিন্ন শাখা সন্মিলনৰ উদ্বোধক, সভাপতি আৰু বিশিষ্ট বক্তাসকললৈ ওলগ জনাইছোঁ।

মূলসভাৰ সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱকে প্ৰমুখ্য কৰি কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সকলো কেগৰাকী সদস্যৰ অকৃত্ৰিম সহায় সহযোগ দিহা পৰামৰ্শ আদিৰে কাৰ্য্য পৰিচালনাত মোক সহায় কৰাৰ কাৰণে তেখেতসকলৰ ওচৰত মই চিৰকৃতজ্ঞ। বিশেষকৈ সহকাৰী সম্পাদকদ্বয় শ্ৰীনগেন শইকীয়া আৰু শ্ৰীনন্দ তালুকদাৰৰ যি একাগ্ৰতা, শ্ৰম আৰু ত্যাগেৰে কাৰ্য্য পৰিচালনাত মোক সহায় কৰিলে তাৰ বাবে মই তেখেতসকলৰ ওচৰত চিৰকৃতজ্ঞ থাকিলোঁ।

আমাৰ ত্ৰুটী-বিচ্যুতিৰ কাৰণে আমি কৰপুটে ক্ষমা ভিক্ষা কৰিছোঁ। নতুন কাৰ্য্য নিৰ্ব্বাহকে সাহিত্য সভাক বৰ্ত্তমান পৰিস্থিতিৰ পৰা উদ্ধাৰ কৰি প্ৰগতিৰ পথত আগুৱাই নিব বুলি আশা কৰিলোঁ।

সাহিত্য সভাৰ কাৰণে পুঁজি সংগ্ৰহৰ কাৰণে চিঠিখেল (Lottery) খেলিবৰ কাৰণে সিদ্ধান্ত লোৱা হয়। পৰৱৰ্ত্তী কাৰ্য্যনিৰ্ব্বাহকে আঁচনি আদি কৰি কাম হাতত লব।

সদৌশেষত উপস্থিত সকলোলৈকে প্ৰণাম জনাই প্ৰতিবেদনৰ ইমানতে সামৰণি মাৰিলোঁ।

চৈয়দ আব্দুল মালিক

# অসম সাহিত্যসভাৰ সপ্তত্ৰিংশ ধিং অধিবেশন

চম্মু টোকা

আমাৰ সাহিত্য আৰু সংস্কৃতিৰ বিশাল অনুষ্ঠান অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ অধিবেশন ১৯৭০ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৩, ১৪ আৰু ১৫ তাৰিখ, ক্ৰমে শুক্ৰ, শনি আৰু দেওবাৰে নগাওঁৰ পবিত্ৰ বৰদোৱাৰ কাষৰ ধিঙৰ 'ৰত্ন নগৰ'ত অনুষ্ঠিত হয়। শেৱালি কবি ৺ৰত্নকান্ত বৰকাকতীৰ জন্মস্থান ধিং; সেই গৰাকী কবিৰ স্মৃতিত নিৰ্ম্মিত সপ্তত্ৰিংশ সন্মিলনৰ সাহিত্য নগৰী 'ৰত্ন নগৰ' অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ সেৱক আৰু পৃষ্ঠপোষক সদৌ অসমীয়া ৰাইজৰ পদৰেণুৰে ৰঞ্জিত হৈ পৰিল। শান্ত, নিস্তব্ধ, গাওঁলীয়া স্থান ধিং হাজাৰ হাজাৰ লোকৰ সমাবেশত হৈ পৰিল উছলি মুছলি, আলোক মালাৰে শোভিত হ'ল ধিং আৰু ই যেন পৰিবৰ্ত্তিত হৈ পৰিল 'সাহিত্য-নগৰীলৈ। অসম সাহিত্য সভাৰ ১৭৫ খন শাখা সভাৰ ৩৫০ জন প্ৰতিনিধি আৰু প্ৰায় এক লাখ দৰ্শক-শ্ৰোতাৰে ধিং জনকীৰ্ণ আৰু সৰব হৈ পৰিল। শ্ৰীচন্দ্ৰকান্ত বৰকাকতীক সভাপতি আৰু শ্ৰীৰাজেন্দ্ৰ নাৰায়ন মজুমদাৰক সম্পাদক স্বৰূপে লৈ গঠন কৰা শক্তিশালী অভ্যৰ্থনা সমিতিয়ে অভ্যৰ্থনাৰ আয়োজন সম্পূৰ্ণ কৰি তুলিলে।

১২ ফেব্ৰুৱাৰী বৃহস্পতিবাৰেই অসম সাহিত্যসভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি ধিঙৰ ৰত্ন নগৰত সমৱেত হলহি আৰু ১৯৬৯-৭০ চনৰ বছৰৰ শেষ বৈঠক অনুষ্ঠিত হ'ল। ত্ৰিভাষা-সূত্ৰকে ধৰি কেইবাটাও সুদূৰপ্ৰসাৰী আৰু গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত শেষ সিদ্ধান্তও এই বৈঠকতে গৃহীত হ'ল। এই বৈঠকত অসম সাহিত্য সভাৰ সেই বছৰৰ সভাপতি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাই সভাপতিত্ব কৰে। কাৰ্য্যনিৰ্ব্বাহক সমিতিক ধিঙৰ অভ্যৰ্থনা সমিতিয়ে স্বাগতম জনালে।



ডাঃ দীননাথ শৰ্ম্মা



শ্ৰীমহেন্দ্ৰনাথ ডেকাফুকন

সমিতিয়ে অধিবেশনৰ কাৰ্য্য-সুচী নিৰূপণ আৰু অন্যান্য প্ৰয়োজনীয় সিদ্ধান্তৰে পৰৱৰ্ত্তী দিনাৰ পৰা আৰম্ভ হ'ব লগা অধিবেশনৰ বাবে সাজু হ'ল।

**সম্বৰ্দ্ধনা সভা ঃ—** অসম সাহিত্য সভাই সপ্তত্ৰিংশ অধিবেশনৰ প্ৰাক্কালত ১৩ ফেব্ৰুৱাৰী তাৰিখে অসমৰ দুগৰাকী বিশিষ্ট সাহিত্যিকক সম্বৰ্দ্ধনা জনাবলৈ আয়োজন কৰিলে। সম্বৰ্দ্ধিত ব্যক্তি দুগৰাকী হ'ল—'আৱাহনৰ'ৰ সম্পাদক ডাঃ দীননাথ শৰ্ম্মা আৰু প্ৰতিভাশালী ব্যক্তিত্বৰ অধিকাৰী শ্ৰীমহেন্দ্ৰনাথ ডেকাফুকন। অসম সাহিত্য সভাৰ সভাপতি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত মুকলি মণ্ডপত, হাজাৰ-বিজাৰ জনতাৰ সমাৱেশত ১৩ ফেব্ৰুৱাৰী তাৰিখে দুপৰীয়া সম্বৰ্দ্ধনা সভা আৰম্ভ হ'ল। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক চৈয়দ আবদুল মালিকে প্ৰথমে ডাঃ দীননাথ শৰ্মাক অসম সাহিত্য সভাৰ হৈ অভিনন্দন পত্ৰ, শৰাই, ফুলাম গামোছা আৰু অসম সাহিত্য সভাৰ প্ৰকাশনৰ এটি টোপোলা দান কৰে। সম্বৰ্দ্ধনাৰ প্ৰত্যুত্তৰত ডাঃ শৰ্মাই কৃতজ্ঞতা জ্ঞাপন কৰি, 'আৱাহন'ৰ জন্ম আৰু বিকাশ সম্পৰ্কে বিবৰি কয়। বাৰ্দ্ধক্য-জনিত কাৰণত তেখেতৰ অভিভাষণ নিজে পাঠ কৰিব নোৱাৰাত সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াই পাঠ কৰে। দ্বিতীয় গৰাকী ব্যক্তিকো প্ৰধান সম্পাদক চৈয়দ আবদুল মালিকে অভিনন্দন জ্ঞাপন কৰি, অভিনন্দন পত্ৰসহ শৰাই, গামোছা আৰু সাহিত্য সভাৰ প্ৰকাশনৰ এটি টোপোলা দান কৰে। শ্ৰীডেকাফুকনে তেখেতৰ স্বাভাৱিক উদাত্ত কণ্ঠ আৰু কবি প্ৰতিভাৰে, সম্বৰ্দ্ধনাৰ প্ৰত্যুত্তৰত এটি স্বৰচিত কবিতা পাঠ কৰে। সভাপতিয়ে দুয়োগৰাকী ব্যক্তিৰ প্ৰতিভা আৰু গুণৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰি এটি ভাষণ দিয়ে। শঙ্খ, ঘণ্টা, ডবা, কাঁহ আৰু উৰুলিৰ ধ্বনিৰে মুখৰিত হৈ পৰা সভামণ্ডপে আপোনা-আপুনি যেন মহিমান্বিত হৈ পৰে। সভাত উপস্থিত থকা প্ৰবীণ বিশিষ্ট সাহিত্যিক শ্ৰীবেণুধৰ শৰ্মা, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা আৰু শ্ৰীৰামচন্দ্ৰ দাসে একো একোটি ভাষণ দিয়ে।

## বিষয়-বাছনি সভা ঃ

১৩ তাৰিখে সন্ধ্যা ৬ বজাৰ পৰা প্ৰতিনিধি শিবিৰ ( কে, বি, হাইস্কুল )ৰ গাতে লগা বিষয়বাছনি সভা-ঘৰত প্ৰতিনিধিসকল সমবেত হয়। সপ্তত্ৰিংশ সন্মিলনৰ নবনিৰ্ব্বাচিত সভাপতি, প্ৰবীণ সাহিত্যিক-গবেষক শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু ডাঙৰীয়া সভাস্থললৈ সোমোৱাৰ লগে লগে প্ৰতিনিধিসকলে থিয়হৈ সন্মান প্ৰদৰ্শন কৰে। প্ৰধান সম্পাদকে বিশিষ্ট লিখকসকলৰ লগত প্ৰতিনিধিবৰ্গক পৰিচয় কৰাই দিয়ে। বিষয়বাছনি সভাৰ পৰা সভাপতি শ্ৰীলেখাৰুৱে সেই দিনাৰ কাৰণে সভাৰ দায়িত্ব প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাক দি বিদায় লয়। সভাই নিয়মাৱলী সংশোধন, প্ৰস্তাবাদি গ্ৰহণ, সভাৰ বিত্তীয় অৱস্থা আদিৰ ওপৰত সুদীৰ্ঘ আলোচনা-বিলোচনা কৰে।

## ১৪ ফেব্ৰুৱাৰী ঃ

ৰাতিপুৱা ৭-৩০ বজাত মূল মণ্ডপৰ প্ৰাঙ্গনত অসম সাহিত্য সভাৰ "চিৰচেনেহী মোৰ ভাষা জননী" অঙ্কিত পতাকা উত্তোলনৰ বাবে প্ৰতিনিধিবৰ্গ আৰু কেইবাহাজাৰো দৰ্শক সমবেত হয়। প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকে বিদায়ী সভাপতি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাদেৱক পতাকা উত্তোলন কৰিবৰ কাৰণে আহ্বান জনাই আগবঢ়াই নিয়ে। পতাকা উত্তোলন কৰাৰ লগে লগে—"আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম" এই অসম সঙ্গীত বাজিবলৈ ধৰে আৰু আটায়ে পতাকাক অভিবাদন জনোৱাৰ পিছত উত্তোলক শ্ৰীবৰুৱাই অতি চমু অথচ হৃদয়স্পৰ্শী এটি ভাষণ দি কয়, "অসমীয়াৰ শিৰস্থানত অসমীয়া ভাষা-সংস্কৃতিৰ ভাব বহন কৰা এই পতাকা যেন চিৰদিন উত্তোলিত হৈ থাকে।" শঙ্খ, ঘণ্টা, ডবা, কাঁহ, উৰুলি ধ্বনিয়ে পুৱাৰ ৰত্নগৰৰ বতাহত যেন আনন্দময় পবিত্ৰতা সিঁচি দিয়ে।




সপ্তত্ৰিংশ ধিং অধিবেশনৰ
মুখ্য তোৰণ।



অসম সাহিত্য সভাৰ ধিং অধিবেশনৰ প্ৰধান সম্পাদক
শ্ৰীৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰ



শ্ৰীহৰিৰাম কছাৰিয়ে প্ৰথমে ঋিং অধিবেশনলৈ এহেজাৰ এটকা দান দিয়ে।




কৰ্মীসকলে মুখ্য তোৰণৰ কাম সম্পন্ন কৰি জিৰণি লোৱা দেখা গৈছে



গান্ধী তৰ্পণ :—

৮ বজাত, প্ৰদৰ্শনী মণ্ডপৰ কাষতে গান্ধী জন্ম-শতবাৰ্ষিকী উপলক্ষ কৰি সাহিত্য সভাই 'গান্ধীতৰ্পণ'ৰ আয়োজন কৰিছিল। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে গান্ধীৰ ছবিত মাল্যদান কৰি গান্ধীতৰ্পণ সম্পন্ন কৰি কয় "গান্ধীজীয়ে দেখুৱাই যোৱা সত্য, অহিংসা আৰু কৰুণাৰ পথেই ভাৰতবৰ্ষৰ শিৰৰ নিৰ্মালি আৰু ৰক্ষাকৱচ।"

প্ৰদৰ্শনীৰ দুৱাৰ মুকলি :

পুৱা ৮-৩০ বজাত প্ৰদৰ্শনীৰ দুৱাৰ উন্মোচনৰ বাবে, দুৱাৰৰ মুখত হাজাৰ-বিজাৰ লোক সমবেত হয়। প্ৰধান সম্পাদকে নিমন্ত্ৰিত উদ্বোধক, অসম কৃষি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য—ডঃ সত্যৰঞ্জন বৰুৱাক আগবঢ়াই আনে। ডঃ বৰুৱাই লোক-শিক্ষাৰ লগত প্ৰদৰ্শনীৰ আৱশ্যকতাৰ ওপৰত এটি ভাষণ দি দুৱাৰ মুকলি কৰে।

আলোচনা চক্ৰ :

৯ বজাৰ লগে লগে মূল সভামণ্ডপতে "অসমৰ সাংস্কৃতিক সমন্বয়" এই বিষয়ৰ ওপৰত আলোচনা-চক্ৰৰ আয়োজন কৰা হয়। আলোচনা চক্ৰত সভাপতিত্ব কৰিবৰ কাৰণে প্ৰধান সম্পাদকে নিমন্ত্ৰিত ব্যক্তি শ্ৰীবিপিনকুমাৰ বৰগোহাঁইৰ নাম প্ৰস্তাৱ কৰি আসন গ্ৰহণৰ বাবে আমন্ত্ৰণ জনায়। সভাপতি শ্ৰীবৰগোহাঁইয়ে সংস্কৃতিৰ স্বৰূপ, তাৰ বিভিন্ন সুঁতি আৰু অসমীয়া সংস্কৃতিৰ শাখা-প্ৰশাখা সম্পৰ্কে এটি তথ্যগধুৰ ভাষণ পাঠ কৰে। অন্যগৰাকী বক্তা অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্মাই প্ৰাচীন বৈদিক সংস্কৃতিৰ বিকাশ আৰু তাৰ পটভূমিত অসমীয়া সংস্কৃতিৰ স্বৰূপ সম্পৰ্কে ভাষণ দিয়ে। শ্ৰীহৰিপ্ৰসাদ নেওগ আৰু শ্ৰীহৰিমোহন সৰকাৰেও ক্ৰমে সাংস্কৃতিক সমন্বয় আৰু জনজাতীয় সংস্কৃতিৰ ওপৰত ভাষণ দিয়ে।

**মুকলি অধিবেশন ঃ**

অসম সাহিত্য সভাৰ মুকলি অধিবেশন ১ বজাৰ লগে লগে আৰম্ভ হয়। নব-নিৰ্ব্বাচিত সভাপতি শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱক বৰদোৱাৰ অস্থায়ী বাসস্থানৰ পৰা ৩৭ খন গাড়ীৰে, গায়ন-বায়নেৰে শোভাযাত্ৰা কৰি সভাথলিলৈ আগবঢ়াই অনাৰ লগে লগে ৰত্ন-নগৰৰ চৌদিশ মুখৰিত কৰি ডবা, শঙ্খ, ঘণ্টা, কাঁহ, উৰুলি ধ্বনি হয় আৰু সভাস্থলীৰ প্ৰায় ত্ৰিশ হাজাৰ লোকে থিয় হৈ নমস্কাৰ কৰি সন্মান প্ৰদৰ্শন কৰে। সভাপতিক, অভ্যৰ্থনা সমিতিৰ সভাপতি, অসম সাহিত্য সভাৰ বিদায়ী সভাপতি, প্ৰধান সম্পাদক আদি লোকসকলে মঞ্চলৈ আগবঢ়াই অনাৰ পিছতেই অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা মাল্যাদি প্ৰদান কৰা হয় আৰু প্ৰধান সম্পাদকে অধিবেশনৰ আৰম্ভনিৰ কথা ঘোষণা কৰে। "চিৰচেনেহী মোৰ ভাষাজননী" গীতেৰে সভাৰ কাম আনুষ্ঠানিক ভাৱে আৰম্ভ কৰা হয়।

বিদায়ী সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাই নব-নিৰ্ব্বাচিত সভাপতিক আসন গ্ৰহণ কৰিবলৈ আহ্বান জনাই এটি স্তোত্ৰ আবৃত্তি কৰে আৰু অন্তৰস্পৰ্শী ভাষাৰে সভাপতিৰ আসনত তেখেতক বৰণ কৰে।

সভা উদ্বোধন কৰিবলৈ প্ৰধান সম্পাদকে অসমৰ খ্যাতনামা কবি শ্ৰীদেবকান্ত বৰুৱাক আহ্বান কৰে। সভা উদ্বোধন কৰি শ্ৰীবৰুৱাই অসমীয়া সাহিত্যক বিশ্বজনীন ভাৱেৰে চহকী কৰিবলৈ সাহিত্যিকসকলক আহ্বান কৰি কয় যে এটা জাতিৰ জনসংখ্যাৰ ওপৰত সেই জাতিৰ অস্তিত্ব নিৰ্ভৰ নকৰে; অস্তিত্ব নিৰ্ভৰ কৰে মৌলিক সৃজনী-প্ৰতিভাৰ স্বাক্ষৰ বহন কৰা উন্নত সাহিত্যৰ ওপৰতহে। প্ৰসঙ্গক্ৰমে তেখেতে বিশ্ববৰেণ্য লোকসকলৰ লিখাৰ মান সম্পৰ্কেও সাৰগৰ্ভ ভাষণ দিয়ে।

অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীচন্দ্ৰকান্ত বৰকাকতী ডাঙৰীয়াই অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনত সভাপতিকে 'প্ৰমুখ্য কৰি



সমবেতসকলক শ্ৰদ্ধা-সম্ভাষণ আৰু স্বাগতম জনাই ৱিঙৰ ইতিবৃত্ত দাঙি ধৰে। লগতে তেখেতে সাম্প্ৰতিক অসমীয়া সাহিত্য সম্পৰ্কেও তত্বপূৰ্ণ কথাৰে সাহিত্যিকসকলক ভৱিষ্যতৰ অসমীয়া সাহিত্যৰ অমৰণ সৌধ গঢ়ি তুলিবলৈ আহ্বান জনায়।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকে তেখেতৰ প্ৰতিবেদন দাঙি ধৰে। প্ৰতিবেদনত যোৱা বছৰটোত সাহিত্য সভাই কৰা বিভিন্ন কাম, গ্ৰহণ কৰা বিভিন্ন আঁচনি আৰু সন্মুখীন হোৱা সঙ্কটৰ উল্লেখ কৰে।

সভাপতি শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে তেখেতৰ লিখিত চমুভাষণত অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ ওপৰত বৈজ্ঞানিক গৱেষণাৰ ওপৰত আৰু সৃষ্টিশীল সাহিত্যৰ মৌলিকত্বৰ ওপৰত গুৰুত্ব দিয়ে। তেখেতে কয়, "অসমীয়া সাহিত্যৰ সকলো যুগৰ ওপৰতে সমানে মূল্য দি লিখা আলোচনাত্মক এখন বহল সাহিত্যৰ বুৰঞ্জী আমাক লাগে ; আমাক এখন জাতীয় বুৰঞ্জীও লাগে।"

সেইদিনাৰ সভাত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীমিত্ৰদেৱ মহন্তই বিশিষ্ট অতিথি স্বৰূপে প্ৰাচীন অসমীয়া সাহিত্য আৰু সাংস্কৃতিক ঐতিহ্যৰ ওপৰত কয়।

সেই দিনা সন্ধ্যা ৬ বজাৰ পৰা আৰম্ভ হয় 'সঙ্গীত সন্ধিয়া'। সঙ্গীত সন্ধিয়াত পৌৰোহিত্য কৰিবলৈ নিমন্ত্ৰণ কৰি অনা হৈছিল নটসূৰ্য্য ফণী শৰ্ম্মাদেৱক। শৰ্ম্মাই তেখেতৰ ভাষণত অসমৰ নাট, শিল্পী আৰু সঙ্গীতৰ অন্যান্য দিশৰ ওপৰত মন্তব্য কৰি কয় যে অসমীয়া ঐতিহ্য ৰক্ষা কৰি, অসমৰ সঙ্গীত, নাটক আদিক আগবঢ়াই নিয়াত অসমীয়া শিল্পীসকলে যি কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি আহিছে, ৰাইজে, ৰজা-ঘৰে সেই ত্যাগক মুকলি স্বীকৃতি দিয়া উচিত্।

**১৫ ফেব্ৰুৱাৰী ঃ**

পুৱা—৭-৩০ বজাত মূল সভামণ্ডপত বুৰঞ্জী সন্মিলন বহে। প্ৰধান সম্পাদকে বুৰঞ্জী সন্মিলনৰ সভাপতিত্ব কৰিবৰ কাৰণে

অসমৰ এগৰাকী বুৰঞ্জীবিদ শ্ৰীভুবন চন্দ্ৰ সন্দিকৈক আহ্বান কৰে। শ্ৰীসন্দিকৈয়ে তেখেতৰ লিখিত ভাষণত অসম বুৰঞ্জীৰ গুৰুত্ব, অধ্যয়ন আৰু গৱেষণাৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰে। তদুপৰি তেখেতে সাম্প্ৰতিক কাললৈকে সামৰাকৈ আৰু অসমৰ জনজাতীয় আৰু অজনজাতীয় সকলোৰে বুৰঞ্জী সামৰাকৈ এখন বহল বুৰঞ্জী বৈজ্ঞানিক ভিত্তিত প্ৰণয়নৰ আৱশ্যকতাৰ ওপৰত গুৰুত্ব দিয়ে। সন্মিলনত শ্ৰীলীলা গগৈয়ে বুৰঞ্জীৰ বৈজ্ঞানিক অধ্যয়ন আৰু গৱেষণাৰ সম্পৰ্কে চুআবাৰ কয়।

৯-৩০ বজাত আৰম্ভ হয় 'কবি সন্মিলন'। সাম্প্ৰতিক কবি সকলৰ অন্যতম শ্ৰেষ্ঠ কবি শ্ৰীনৱকান্ত বৰুৱাক কবি সন্মিলনৰ সভাপতি পদত, বকুলবনৰ কবি অসম সাহিত্য সভাৰ বিদায়ী-সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাই মাল্য আৰু ফুলাম গামোচাৰে বৰণ কৰে। সভাপতি শ্ৰীনৱকান্ত বৰুৱাই তেখেতৰ চমু লিখিত ভাষণত কবিতাৰ শব্দধ্বনিৰ ওপৰত গুৰুত্ব দি কয় যে প্ৰকৃততে কবি আৰু শ্ৰোতাৰ আত্মিক মিলনটোৰে কবিতাৰ প্ৰকৃত কবিত্ব। তেওঁ কয়, "কবি সন্মিলন কেৱল কবিসকলৰ সন্মিলন নহয়; দৰাচলতে কবি আৰু শ্ৰোতাৰ সন্মিলনহে"। সভাপতিৰ ভাষণৰ অন্তত কবিতা পাঠ হয়; প্ৰায় ৩০ জন কবিয়ে স্বৰচিত কবিতা পাঠ কৰে।

দুপৰীয়া ১ বজাৰ পৰা অসম সাহিত্য সভাৰ ২য় দিনাৰ মুকলি অধিবেশন আৰম্ভ হয় এটি বৰগীতেৰে। সভাপতি শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে সভাপতিৰ আসন গ্ৰহণ কৰিয়েই মঞ্চত উপবিশিষ্ট বিশিষ্ট ব্যক্তি বাগ্মীবৰ শ্ৰীনীলমণি ফুকনক ভাষণ দিবলৈ অনুৰোধ কৰে। শ্ৰীফুকনৰ পিছতে অধ্যক্ষ শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামী, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, শ্ৰীইব্ৰাহিম আলি, শ্ৰীচামচুল হুদা, শ্ৰীপূৰ্ণ বৰা আদি বক্তাসকলে একো একোটি বক্তৃতা দিয়ে।

বক্তাসকলৰ বক্তৃতাৰ অন্তত অধিবেশনত ৪টা প্ৰস্তাৱ গৃহীত হয়।



সভাপতি শ্ৰীলেখাৰুৱে এটি চমু ভাষণ দি সাহিত্যিকসকলৰ সহযোগ বাঞ্ছা কৰে।

বিদায়ী-সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাই এটি চমু ভাষণ দি পুৰণি কাৰ্য্য-নিৰ্ব্বাহকৰ হৈ পদত্যাগ কৰে আৰু প্ৰধান সম্পাদকে নতুন কাৰ্য্য-নিৰ্ব্বাহকৰ নাম ঘোষণা কৰে।

পৰৱৰ্ত্তী অধিবেশন নিমন্ত্ৰিত হয় মিকিৰ পাহাৰৰ হাওৰাঘাটলৈ।

অভ্যৰ্থনা সমিতিৰ তৰফৰ পৰা শ্ৰী (সকল) চন্দ্ৰকান্ত বৰকাকতী, ৰাজেন্দ্ৰনাৰায়ণ মজুমদাৰ, চামচুল হুদাই শ্ৰদ্ধা নিবেদন কৰে। বিদায়ী সভাপতিয়ে এটি কবিতাৰে প্ৰত্যুত্তৰ দিয়ে।

"অ' মোৰ আপোনাৰ দেশ" ধ্বনিত হোৱাৰ লগে লগে সপ্তত্ৰিংশ ধিং সন্মিলনৰ সামৰণি পৰে।

শ্ৰীনগেন শইকীয়া

## অসম সাহিত্য সভাৰ ৩৭শ খিং অধিবেশনৰ মুকলি সভাত গৃহীত প্ৰস্তাৱ ঃ—

১নং প্ৰস্তাৱ ঃ—গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ইং ১৯৭২ চনৰ পৰা প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীত শিক্ষাৰ মাধ্যম ৰূপে অসমীয়া ভাষা প্ৰৱৰ্ত্তন কৰিবলৈ সিদ্ধান্ত লোৱাত আজিৰ সভাই আনন্দ প্ৰকাশ কৰে। অসমীয়া ভাষাৰ মাধ্যমত বিভিন্ন বিষয়ত পুথি আদিৰ প্ৰণয়ন আৰু অনুবাদৰ ক্ষেত্ৰত বিভিন্ন বিষয়ৰ কাৰণে গঠিত কমিটিৰ সকলোবোৰত অসমীয়া ভাষাত থকা সেই সেই বিষয়ৰ বিশেষজ্ঞকহে দায়িত্ব দিবলৈ আৰু পাঠ্যপুথি সমূহ যাতে উপযুক্তমান বিশিষ্ট হয় সেই বিষয়ে সতৰ্ক দৃষ্টি ৰাখিবলৈ আৱশ্যক অনুযায়ী বিশেষজ্ঞ নিৰীক্ষক নিয়োগ কৰিবলৈ দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষক টানি অনুৰোধ জনায়। লগতে অসম চৰকাৰৰ শিক্ষাবিভাগ আৰু দুয়োখন বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষক অনুৰোধ কৰে যে যিহেতুকে ইং ১৯৭২ চনৰ পৰাই প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীৰ শিক্ষাৰ মাধ্যম অসমীয়া হব সেই হেতুকে অসমীয়া ভাষাত দক্ষতা নথকা শিক্ষকসকলক অসমীয়া ভাষাৰ প্ৰশিক্ষণ দানৰ ব্যৱস্থা কৰিব লাগে আৰু অসমত থকা সকলো অনা-অসমীয়া শিক্ষা প্ৰতিষ্ঠানতেই ছাত্ৰ-ছাত্ৰীসকলক বাধ্যতামূলক ভাবে অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা কৰিব লাগে যাতে ভৱিষ্যতে শিক্ষাদান আৰু শিক্ষা গ্ৰহণ ক্ষেত্ৰত 'ভাষা জড়িত' কোনো বাধা বিঘিনিৰ সৃষ্টি নহয়।

প্ৰস্তাৱক ঃ—শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ।
সমৰ্থক ঃ— শ্ৰীখগেন্দ্ৰনাথ দাস।



২নং প্ৰস্তাৱ ঃ—অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই প্ৰস্তাৱ কৰে যে অসমীয়া আধুনিক সাহিত্যৰ অন্যতম গড় দিওঁতা, পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উছৱ ১৯৭১ চনত বিস্তৃত আঁচনিৰে উদ্‌যাপন কৰা হওক। লগতে সভাই দাবী জনায় যে, এই জন্ম-শতবাৰ্ষিকী উছৱ উপলক্ষে কেন্দ্ৰীয় ডাক-তাঁৰ বিভাগে গোহাঞিবৰুৱা স্মাৰক ডাক টিকট প্ৰকাশ আৰু প্ৰচাৰ কৰিব লাগে।

প্ৰস্তাৱক ঃ—শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা।
সমৰ্থক ঃ— শ্ৰীলম্বোদৰ কলিতা।

৩নং প্ৰস্তাৱ ঃ—অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই প্ৰস্তাৱ কৰে যে অসমৰ দুয়োটা অনাতাঁৰ কেন্দ্ৰ ডিব্ৰুগড় আৰু গুৱাহাটীৰ যোগেদি অনা-অসমীয়া ভাষা-ভাষী সকলক নিয়মিতভাৱে অসমীয়া ভাষা শিক্ষা দিবৰ কাৰণে শীঘ্ৰে ব্যৱস্থা গ্ৰহণ কৰিবলৈ দাবী জনোৱা হওক।

প্ৰস্তাৱক ঃ—শ্ৰীধীৰেণ বৰুৱা।
সমৰ্থক ঃ— শ্ৰীমিনতি হাজৰিকা।

৪নং প্ৰস্তাৱ ঃ—অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সন্মিলনৰ মুকলি সভাই, অসমীয়া ৰাজ্যভাষা আইন প্ৰয়োগত অনাৱশ্যক আৰু নিন্দনীয়ভাৱে ৰাজ্য চৰকাৰে ক্ষেত্ৰ বিশেষে দেখুৱা হেমাহিৰ ফলত ৰাজ্যভাষা আইন যিমান ক্ষিপ্ৰতাৰে আৰু সফলতাৰে প্ৰযোজিত হব লাগিছিল তেনে ক্ষিপ্ৰতাৰে আৰু সফলতাৰে প্ৰযোজিত নোহোৱাত গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে। সভাই এই মৰ্ম্মে ৰাজ্য চৰকাৰক সকিয়াই দিয়ে যে অনতিবিলম্বে অসমৰ শিক্ষা, প্ৰশাসন, ন্যায়ালয় আদিত অসমীয়া ভাষাৰ পূৰ্ণাঙ্গ আৰু সঞ্চালনি প্ৰয়োগ নকৰিলে, ৰাজ্য জুৰি তীব্ৰ বিক্ষোভৰ সৃষ্টি

হব। সভাই দাবী কৰে যে ৰাজ্য চৰকাৰে ৰাজ্যভাষা প্ৰয়োগৰ সকলো অন্তৰায় নিৰ্মূল কৰি সকলো স্তৰতে এই আইন প্ৰয়োগ সম্পূৰ্ণ কৰি তুলিব লাগে।

প্ৰস্তাৱক :—শ্ৰীবীৰেণ বৰকটকী।
সমৰ্থক :— শ্ৰীদীনেশ ৰঞ্জন সৰকাৰ।

**৫নং প্ৰস্তাৱ** :—অসম সাহিত্য সভাৰ ৩৭শ বাৰ্ষিক ধিং সন্মিলনত নতুন বছৰৰ ( ১৯৭০-৭১ ) বাবে বিষয় বাছনি সভাত নিৰ্ব্বাচিত তলত নাম দিয়া সদস্যসকলেৰে কাৰ্য্য-নিৰ্ব্বাহক সমিতি গঠিত হয় :—

শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু, সভাপতি — শ্ৰীপৰাগ চলিহা, উপ-সভাপতি
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, প্ৰধান সম্পাদক — শ্ৰীনবীনচন্দ্ৰ বৰদলৈ, ধনভঁৰালী

পত্ৰিকা সম্পাদক

| | |
|---|---|
| শ্ৰীযতীন গোস্বামী | শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা |
| শ্ৰীবীৰেণ বৰকটকী | শ্ৰীহৰিমোহন সৰকাৰ |
| শ্ৰীচন্দ্ৰকান্ত বৰকাকতী | শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী |
| শ্ৰীনৰেণ তেৰণ | শ্ৰীৰাম গোস্বামী |
| শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা | শ্ৰীজীৱন সিং |
| শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা | শ্ৰীসত্যৰঞ্জন কলিতা |
| চৈয়দ আব্দুল মালিক | শ্ৰীধৰ্ম্মকান্ত গোহাঁই |
| শ্ৰীখলিলুৰ ৰহমান | শ্ৰীভগগিৰী ৰায়চৌধুৰী |

শ্ৰীকুমাৰ মেধি

স্বাঃ শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু
সভাপতি
১৫।২।৭০

# ১৯৭০ চনৰ ১২,১৩,১৪,১৫ ফেব্ৰুৱাৰীত ধিং চহৰৰ ৰত্নগৰত বহা, অসম সাহিত্য সভাৰ সপ্তত্ৰিংশতম অধিবেশনৰ এটি পৰ্য্যালোচনা

—: * :—

১৯৭০ চনৰ ১২, ১৩, ১৪, ১৫ ফেব্ৰুৱাৰীত, অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ অধিবেশনখনি সুসাহিত্যিক-গবেষক শ্ৰীযুক্ত উপেন্দ্ৰ চন্দ্ৰ লেখাৰুদেৱৰ সভাপতিত্বত মহাপয়োভৱৰে ধিং চহৰৰ ৰত্নগৰত হৈ গল। এইবাৰৰ সাহিত্য সভাৰ অধিবেশনখনিৰ বিশিষ্টতা বেলেগ ধৰণৰ। কাৰণ এইবাৰেই সাহিত্য সভাৰ নিচিনা মহতী অনুষ্ঠান এখনি গাঁৱলৈ নিমন্ত্ৰণ কৰি অনা হ'ল ; বহুদিনৰে পৰা ধিঙৰ শাখা সাহিত্য সভাই অসম সাহিত্য সভাৰ এটি অধিবেশন ধিঙত বহুৱাবলৈ মনতে আশা পুহি আছিল। যোৱা বৰপেটা অধিবেশনত, আমাৰ ধিং সাহিত্য সভাৰ পৰা যোৱা প্ৰতিনিধিবৰ্গই মৰ সাহ দি ধিঙলৈ সাহিত্য সভাৰ নিমন্ত্ৰণ জনালে। বিষয় বাছনি সভাই আমাৰ নিমন্ত্ৰণ গ্ৰহণ কৰি আমাক অনুগৃহীত কৰিলে। আনন্দ মনেৰে প্ৰতিনিধিবৰ্গ ঘৰলৈ উভটিল। এই বাতৰিত ধিঙৰ ৰাইজ আনন্দত উৎফুল্ল হৈ পৰিল। কাৰ্য্য হাতত লবৰ মনেৰে শ্ৰীচন্দ্ৰকান্ত বৰকাকতীক সভাপতি, আৰু অধ্যক্ষ শ্ৰীৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰক সম্পাদক স্বৰূপে লৈ প্ৰস্তুতি সমিতি গঠিত হল। অতি আনন্দ মনেৰে প্ৰস্তুতি কাম হাতত লৈ ধিঙৰ ডেকাসকল কাৰ্য্যক্ষেত্ৰত নামি পৰিল। বহুখিনি কামত আগবঢ়াৰ পাছত পূৰ্ণ অধিবেশনলৈ ৪ মাহ থকাত অভ্যৰ্থনা সমিতি গঠনৰ সময় উপস্থিত হলহি। দূৰ দূৰণিত থকা ধিঙৰ ডেকা-সকলৰ আৰু স্থানীয় ডেকা-বুঢ়া হেজাৰৰো ওপৰ ৰাইজক, অভ্যৰ্থনা সমিতি গঠন কৰিবলৈ নিমন্ত্ৰণ কৰি অনা হল। ধিং কে, বি, উচ্চ

মাধ্যমিক বিদ্যালয়তে সভাৰ স্থান নিৰ্ণয় হল। দুপৰৰে পৰা সাহিত্য-নুৰাগী ৰাইজৰ সোঁত ববলৈ ধৰিলে। ৰভাঘৰৰ বাহিৰে ভিতৰে উপচি পৰিল। ৰাইজে স্থানীয় এড্‌ভোকেট্ শ্ৰীপূৰ্ণচন্দ্ৰ বৰাক সভাপতি পাতি শ্ৰীচন্দ্ৰকান্ত বৰ কাকতীক সভাপতি, শ্ৰীৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰক প্ৰধান সম্পাদক, ডাঃ ৰিয়াজুদ্দিন আহমদক ধন-ভঁৰালী স্বৰূপে লৈ ৪৫ জন সভ্যৰে অভ্যৰ্থনা সমিতি গঠন কৰিলে। এইখিনিতে অৱশ্যে দুঃখজনক ঘটনা এটিও ঘটিছিল। কেইজনমান লোকে পিছদিনা নগাওঁ কছাৰীত নতুনকৈ গঠিত হোৱা অভ্যৰ্থনা সমিতিৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিবৰ কাৰণে প্ৰাৰ্থনা জনাই গোচৰ দাখিল কৰিলে। এই কাৰ্য্যত, স্থানীয় ৰাইজৰ মন ক্ষুণ্ণ হৈ পৰিল। শেষত সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহকৰ হস্তক্ষেপত, তেওঁলোকে গোচৰ উঠাই লবলৈ বাধ্য হল। অভ্যৰ্থনা সমিতিয়ে, সকলো পাহৰি, সমিল মিলেৰে যাতে সভাৰ কাম সম্পন্ন হয়, তাকে আশা কৰি সকলোকে অভ্যৰ্থনা সমিতিত সুমুৱাই ললে। অভ্যৰ্থনা সমিতিয়ে বিভিন্ন উপসমিতি গঠন কৰি কাৰ্য্যক্ষেত্ৰত আগ বাঢ়িবলৈ ডেকা দলক উৎসাহিত কৰাত মনোনিবেশ কৰিলে। ডেকাসকল পূৰ্ণোদ্যমে কাৰ্য্যক্ষেত্ৰত আগ বাঢ়িল। শ্ৰীচন্দ্ৰকান্ত বৰকাকতী, শ্ৰীপূৰ্ণ চন্দ্ৰ বৰা, শ্ৰীদেৱকান্ত বৰা, শ্ৰীনিত্যানন্দ শৰ্ম্মা, শ্ৰীৰূপৰাম নাথ, শ্ৰীছমছুল হুদাক লৈ গঠিত উপসমিতিয়ে, অসমৰ বিভিন্ন জিলালৈ গৈ ধন সংগ্ৰহ কাৰ্য্যত উঠি পৰি লাগিল। শ্ৰীৰাজেন্দ্ৰ নাৰায়ণ মজুমদাৰ, শ্ৰীচন্দ্ৰকান্ত বৰা, শ্ৰীগিৰিকান্ত গোস্বামী, শ্ৰীসুবোধ বৰা, শ্ৰীখগেন্দ্ৰনাথ বৰা, শ্ৰীৰমা দত্ত, শ্ৰীমহেন্দ্ৰ কলিতা, শ্ৰীকবিন দাস, শ্ৰীকনক বৰা, শ্ৰীকনক কলিতা, শ্ৰীদীপেন্দ্ৰ নাথ ভৰালী, শ্ৰীপদ্মকান্ত শইকীয়া, শ্ৰীসমৰ আলি, শ্ৰীমিহিৰাম বৰা, শ্ৰীগোবিন্দ দাস, শ্ৰীনুৰুল ইছলাম, শ্ৰীগিয়াছুদ্দিন আহমদ, ডাঃ ৰিয়াজুদ্দিন আহম্মদ, শ্ৰীশিবনাথ লাহিড়িকে মুখ্য কৰি, কে, বি, হাইস্কুলৰ শিক্ষক-মণ্ডলী, দলৈগাওঁ আৰু ভূৰাগাঁও হাইস্কুলৰ শিক্ষকমণ্ডলী, স্থানীয় গণ্যমান্য, শ্ৰীসুৰেন্দ্ৰ নাথ বৰা, শ্ৰীৰূপৰাম ভৰালী, শ্ৰীদেউৰাম ভৰালী, শ্ৰীৰত্ন



ভৰালী, শ্ৰীফেদেলা গাওঁবুঢ়া, ধিং শাখা সাহিত্য সভাৰ সভাপতি, শ্ৰীগোপালচন্দ্ৰ কলিতা, শ্ৰীঘনকান্ত হাজৰিকা, শ্ৰীকৃষ্ণৰাম বৰদলৈ, শ্ৰীধৰ্ম্মেশ্বৰ বৰাকে প্ৰমুখ্য কৰি ধিং টাউন, আঠগাৱঁৰ সমূহ ডেকাই স্থানীয় গাওঁ ভূঁইত, আৰু নগাওঁ জিলাৰ উত্তৰাঞ্চলত অৰ্থ সংগ্ৰহ কাৰ্য্যত উঠি পৰি লাগিল। বোকনী মৌজাৰ ব্যৱসায়ী শ্ৰীহলিৰাম কছাৰী মহাজনে পোন প্ৰথমেই এহেজাৰ এটকা দান আদায় দি আমাৰ কাৰ্য্যৰ শুভ আৰম্ভণি কৰি দিলে। ২।৩ দিন ঘূৰি একমাত্ৰ আঠগাঁৱতেই ১০ হেজাৰ টকা সংগ্ৰহ হৈ উঠিল। ধিং অঞ্চলৰ গাওঁ ভূঁইত আলোড়নৰ সৃষ্টি হল। চাৰিওফালৰ পৰা অভাৱনীয় ভাবে সঁহাৰি আহিল। এনেতে ডিচেম্বৰ মাহ পালেহি। স্কুলবিলাকত পৰীক্ষা আৰম্ভ হল। পৰীক্ষাৰ ফলাফল ঘোষণা কৰালৈকে জানুৱাৰী মাহ পালেহি। তেতিয়ালৈকে আশানুৰূপ অৰ্থ সংগ্ৰহ হৈ উঠা নাই। তথাপি শিক্ষকসকলে পৰীক্ষাৰ ভিতৰতে নিশা নিশা ঘূৰি অৰ্থ সংগ্ৰহ কৰিবলৈ ধৰিলে। নাম ছুমছুমীয়া, ওপৰ ছুমছুমীয়া, বৰভেটা, চমুৱাগাওঁ, সোণাৰিগাওঁ, ধিংগাওঁ, লহকৰ গাওঁ, বিলতীয়া গাওঁ, গৰিয়া মাৰিৰ ৰাইজেও হাত উজান দি, বৰঙণি আদি আদায় কৰি, হাতে কামে লাগিবলৈ ৰাইজ ওলাই আহিল। জানুৱাৰীৰ ১৫ তাৰিখলৈকে সকলোটি ধন সংগ্ৰহ কাৰ্য্যত ব্যস্ত থাকিব লগীয়া হল। ধিং বজাৰৰ ব্যৱসায়ীসকলে আৰু মাড়োৱাৰী সম্প্ৰদায়ে, বিৰোধীদলৰ যথেষ্ট বাধা পোৱা সত্ত্বেও, তেওঁলোকৰ হাক বচনলৈ ভ্ৰূক্ষেপ নকৰি, ৫ হেজাৰ টকা আগ বঢ়াই কৰ্ম্মীসকলক উৎসাহিত কৰিলে। প্ৰবল প্ৰতিবন্ধকতাৰ মাজত কাৰ্য্যক্ষেত্ৰত আগবাঢ়িব লগীয়া হোৱাত, ডেকাদল এফালে যেনেকৈ হতাশ হৈ উঠে, লগে লগে আকৌ দুগুণ উৎসাহে কঁকালত টঙালী বান্ধি কাৰ্য্যক্ষেত্ৰত আগুৱাই যাবলৈ সক্ষম হৈ উঠে। অদম্য ডেকা শক্তিয়ে সকলো শক্তি প্ৰয়োগ কৰি হলেও, সাহিত্য সভা পাতিবলৈ বদ্ধপৰিকৰ হৈ উঠিল। সভাপতি পৰম শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত আনন্দচন্দ্ৰ বৰুৱাই, ধিঙৰ বাতৰি ডাঁৱক ডাঁৱে লৈ আছিল। তেখেতেও মাজে মাজে উৎসাহ বাণী শুনাই আমালৈ বতৰা পঠালে,

“সাহিত্যিকসকল ভোজভাত খাবলৈ নাহে, আহে সাহিত্য চৰ্চ্চা কৰিবলৈহে। তেওঁলোকক সুধিবলৈ ধিঙৰ ৰাইজে ঘৰে ঘৰে একাজলি চাউল, একো মুঠিকৈ মগুমাহ, মাটিমাহ, বাৰীৰ লাও, বেঙেনা, আলু কচু নিদিয়াকৈ নেথাকে, তাৰেই তেখেত সকলক সোধ পোছ, কৰিব পাৰিব। হতাশ হবৰ কাৰণ নাই। নিৰ্ভয়ে কাৰ্য্যক্ষেত্ৰত আগবাঢ়ি যাওক, ঈশ্বৰ আপোনালোকৰ সহায়।” সভাপতিদেৱৰ এনে আষাৰ আশ্বাসবাণী যেন ধিঙৰ ৰাইজৰ কাৰণে আশীৰ্ব্বাদহে হল। ডেকা শক্তি অধিক উৎসাহেৰে উৎসাহিত হৈ উঠিল। সভাৰ দিন চমু চাপি আহিল। মাজত এমাহো পূৰা নাই। ৰভাখোলাৰ কাম আৰম্ভ কৰোতে জানুৱাৰীৰ মাজ পালেহি। স্থান নিৰ্ণয়ৰ কাৰণে নগাৱঁৰ উপায়ুক্ত সাহিত্যানুৰাগী শ্ৰীচন্দ্ৰধৰ ত্ৰিপাঠীক নিমন্ত্ৰণ কৰি অনা হল। আগৰে পৰা তেখেতে আমাৰ সভাৰ কাৰ্য্যত বুদ্ধি-পৰামৰ্শ দি সহায় সহযোগ কৰি আছিল। তেখেতৰ পৰামৰ্শমতে ধিং চাৰ্কেল অফিচৰ কাষতে এডোখৰ ধূলি, বালিয়ে চুকি নোপোৱা ঠাইত সভাৰ আৰু প্ৰদৰ্শনীৰ স্থান নিৰ্ণয় হল। শ ছকুৰি ডেকাই, দুদিনতে হাতত দা কুঠাৰলৈ ঠাই ডোখৰৰ হাবি জংঘল চফা কৰি, এখন ৰম্যস্থানত পৰিণত কৰি তুলিলে। গড়কাপ্তানী বিভাগৰ অভিযন্তা মহোদয় আৰু স্থানীয় শ্ৰীৰমেশ কলিতা অভৰচিয়াৰ মহোদয় দুজনে, ৰভাৰ নক্সা, আৰু প্ৰদৰ্শনীৰ নক্সা আঁকি দি সহায় কৰিলে। মাটিৰ গৰাকীসকলেও, ৰাইজৰ পদধূলাৰে পবিত্ৰ হওক বুলি নিজ নিজ মাটি এৰি দিলে। পোন প্ৰথমে আছুটীয়াকৈ, কে, বি, হাইস্কুলৰ চাৰি সীমাৰ ভিতৰতে বন্ধনশালাৰ ৰভাৰ কাম আৰম্ভ হল। একে দিনৰ ভিতৰতে শিক্ষক-ছাত্ৰই লগলাগি একেলগে ৫০০ মানুহ বহিব পৰা ৰভাখন উলিয়াই পেলালে। এই ৰভাখনৰ কাৰণে, প্ৰাক্কলনত, ৫০০ টকা ধৰা হৈছিল, কিন্তু মাত্ৰ ৩৫ টকাতে কাম সমাধা হৈ উঠিল। অভিযন্তা মহোদয়ে আঁকি দিয়া নক্সামতে, ৩১ জানুৱাৰীৰ দিনা মূল সভাৰ ৰভাৰ কাম আৰম্ভ হল। গড়কাপ্তানী বিভাগৰ অভৰচিয়াৰ শ্ৰীৰমেশ কলিতা, শিক্ষক শ্ৰীচন্দ্ৰবৰা, শ্ৰীপদ্ম শইকীয়া, শ্ৰীমিহিৰাম



বৰা, শ্ৰীগিৰিকান্ত গোস্বামী, শ্ৰীসুবোধ বৰা, শ্ৰীখগেন বৰা, নগাৱঁৰ শ্ৰীবীৰেন কৰ, প্ৰভৃতিয়ে ডেকা দলক লৈ ৰভাৰ কাম আৰম্ভ কৰিলে। সেই সময়ৰ বন-বিভাগৰ মন্ত্ৰী শ্ৰদ্ধেয় শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীদেৱে, আমাক ৬০টা শালৰ খুটা, ৪ ট্ৰাক খৰি, ৪ দাল শিমলু গছ দি সহায় কৰি থৈছিল। সেই খুটাবিলাক হাবিৰ পৰা কঢ়িয়াই আনি জমা কৰি থোৱা হৈছিল। তাকে হাতে হাতে দা কুঠাৰ লৈ চচাই চাচিলে লগতে, বাঁহ তামোলৰ খুটাবিলাক চাচি চিকুচিকিয়া কৰিলে। গাত খন্দাই গাত খান্দিলে। ৪।৫ দিনৰ ভিতৰতে ৩৫০ ফুট দীঘল, ১৫০ ফুট বহল ৰভাখন হৈ উঠিল। ৰাইজৰ নাও যে বামেও চলিব পাৰে সেই কথাৰ প্ৰমাণ হাতে হাতে ফলিয়ালে। দেখায় দেখি বিস্ময় মানিলে। সুযোগসুবিধা পালে যে ডেকাশক্তিয়ে অসাধ্য সাধন কৰিব পাৰে, এইবাৰৰ সাহিত্য সভাই তাৰ জ্বলন্ত প্ৰমাণ। ৰভাৰ সজাটো হোৱাৰ লগে লগে, টিনপাত ত্ৰিপালৰ প্ৰয়োজন হল। নগাৱঁৰ উপায়ুক্ত মহোদয়ে ৬০০ বাণ্ডিল টিনপাত দি সহায় কৰিলে। ছাপৰমুখৰ পৰা আৰম্ভ কৰি মৈৰাবাৰীলৈকে সকলো ষ্টেচন মাষ্টৰে, ডাঙৰ ডাঙৰ ত্ৰিপাল দি সহায় কৰিলে। গড় আৰু মথাউৰি বিভাগৰ অভিযন্তা মহোদয়ে আৰু গড়কাপ্তানী বিভাগৰ অভিযন্তা মহোদয়সকলেও আমাক ১৫।২০ খন ডাঙৰ ত্ৰিপাল দি সহায় কৰিলে। ৰভা খনৰ টিনপাত ত্ৰিপালদি ১০ তাৰিখৰ দিনা শেষ কৰা হল। শ্ৰীসুবোধ বৰা, শ্ৰীবীৰেন কৰে আৰু কেজনমান ছাত্ৰ শিল্পীক লগত লৈ ৰভাখন সৰ্ব্বাঙ্গ সুন্দৰ কৰি তুলিবৰ কাৰণে, নিশা ১২ বজালৈকে শ্ৰম কৰি ১২ ফেব্ৰুৱাৰী তাৰিখে নিশা সজোৱা কাম শেষ কৰি তুলিলে। শিক্ষক শ্ৰীমহেন্দ্ৰ কলিতাই, শ্ৰীকবিন দাস আৰু কেজনমান ছাত্ৰ শিল্পী লগত লৈ, ২ দিনতে আটকধুনীয়া তোৰণখন সম্পূৰ্ণ কৰি তুলিলে।

ইফালে ১ ফেব্ৰুৱাৰীলৈকে প্ৰদৰ্শনীৰ ঘৰ আদিৰ কাম আৰম্ভ হোৱাই নাই। যি সকলক প্ৰদৰ্শনীৰ ভাৰ দিয়া হৈছিল,

তেওঁলোকে টুপাই বুৰ মাৰি দেখাকে নিদিয়া হল। এনেতে বিশ্ববিদ্যালয়ত প্ৰশিক্ষণলৈ শিক্ষক শ্ৰীমিহিৰাম বৰা পালেহি। তেওঁ আহিয়েই, সঙ্গীবৃন্দৰে সৈতে প্ৰদৰ্শনীৰ ঘৰ আদি কৰা কাম হাতত ললেহি। গাৱঁৰ ৰাইজে দান কৰা ২ হেজাৰ বাঁহ প্ৰায় শেষ হ'লহি। হাতত কুঠাৰলৈ শ্ৰীমিহিৰাম বৰা, শ্ৰীমহীধৰ বৰা, শ্ৰীকণদেউ কলিতা আদিৰ সৈতে প্ৰায় ৩০ জন ডেকা ছাত্ৰই বাঁহ কাটিবলৈ বিভিন্ন গাৱঁলৈ ওলাই গ'ল। এখন গাৱঁত বিৰোধী দলৰ মানুহে বাঁহ দিবলৈ মানা কৰি ফুৰিছিল। কিন্তু সেইখন গাৱঁৰ মানুহে বাঁহ সৰহকৈহে দিলে। আকৌ দুদিনৰ ভিতৰতে এহেজাৰবো ওপৰ বাঁহ, দুশ জোপা কাকিনী তামোল সংগ্ৰহ হৈ উঠিল। ৮ তাৰিখৰ ভিতৰতে ৪৩৪৫ বৰ্গ ফুটৰ প্ৰদৰ্শনী ঘৰ, বেৰ আদিৰ কাম শেষ হৈ গ'ল। এনে অভূতপূৰ্ব্ব উদ্যম শতমুখে প্ৰশংসা কৰিও শেষ কৰা টান।

ইফালে ৫০০ মানুহ একেলগে বহি ভাত খাব পৰা ৰভাখনত ডেস্ক, বেঞ্চৰ এটা সমস্যা উপস্থিত হ'ল। স্কুলৰ বেঞ্চবিলাক হেলনীয়া কাৰণে ব্যৱহাৰ কৰা সম্ভৱ নহয়। ৯ ফেব্ৰুৱাৰীৰ দিনা মন্ত্ৰী ডাঙৰীয়াই দি থোৱা প্ৰকাণ্ড শিমলু গছ ৪ দাল কাটি ৬ জোৰা কৰতীয়া লগাই তক্তা ফলোৱা হ'ল। লগে লগে, খুটা পোতাই খুটা পুতিলে, ফলা তক্তাবিলাক আনি এখন এখনকৈ গজালি দিয়া হ'ল। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ কাৰণে, কাগজ পাৰি, তাৰ ওপৰত প্লাষ্টিকৰ মিহি কাগজ মাৰি দিয়া হ'ল। এনেকৈ খোৱা ৰভাৰ সমস্যা সমাধান হ'ল। কামবিলাক যুদ্ধৰ তৎপৰতাৰে চলাই দিয়া হ'ল। শ্ৰীচন্দ্ৰ বৰকাকতী, শ্ৰীৰাজেন মজুমদাৰ, শ্ৰীপূৰ্ণ বৰা, শ্ৰীনিত্যানন্দ শৰ্ম্মা, শ্ৰীদেব বৰা, শ্ৰীৰূপৰাম নাথে যোগান বিভাগৰ সহকাৰী সঞ্চালক মহোদয়ক লগত লৈ, একমাত্ৰ হোজাইৰ মিল-মালিকসকলৰ পৰা বিনা মূল্যে ১০৫ মোন মিহি চাউল সংগ্ৰহ কৰিলে। মীন বিভাগৰ মন্ত্ৰী শ্ৰীমহেন্দ্ৰ হাজৰিকাদেৱে কেউদিন খোৱাৰ জোখাৰে মহলবিলাকৰ পৰা



মাছ সংগ্ৰহ কৰি দিলে। ৺গঙ্গাৰাম দাসৰ মহলৰ পৰাও কিছু মাছ আহিল। মায়ং আঞ্চলিক পঞ্চায়তৰ সভাপতি শ্ৰীলক্ষ্মীকান্ত দাসে নগদ এহেজাৰ টকা দিয়াৰ উপৰিও, ২৫০০ মানুহে খাব পৰা মাছ সম্পূৰ্ণভাৱে দি সহায় কৰিলে। ছমছুল হুদা, এম, এল, এ, হেড্‌মাষ্টৰ সমৰ আলি, চৈয়দউল্লা ভূঞা, ইউছুফ আলী, মকিবুৰ ৰহমান, আহম্মদ উল্লা, ডাঃ ৰিয়াজ উদ্দিন আহমদ প্ৰভৃতিয়ে শাক-পাচলি, লাও, বেঙেনা, গাৱঁৰ পৰা ট্ৰাক ভৰাই আনিলে। শ্ৰীফেদেলা গাওঁবুঢ়াই নেপালী খুটিলৈ গৈ, ১২ মোণ দৈ সংগ্ৰহ কৰি আনিলে। এনেকৈ চাৰিওফালৰ পৰা অভাৱনীয়ভাৱে সঁহাৰি আহিল। অভূতপূৰ্ব্ব সঁহাৰি পাই, অভ্যৰ্থনা সমিতিয়ে আশ্বস্তি লভিলে। লগে লগে বিভিন্ন নগৰ আৰু গাৱঁলৈ যোৱা দলটোৱে সংগ্ৰহ কৰি অনা বহু হেজাৰ টকা অভ্যৰ্থনা সমিতিৰ হাতত পৰিলহি।

১২ তাৰিখৰ পৰাই বিভিন্ন জিলাৰ প্ৰতিনিধি বৰ্গ আৰু দৰ্শক প্ৰতিনিধিসকল আহিবলৈ ধৰিলে প্ৰায় ১২০০ মান সেইদিনাই উপস্থিত হলহি। সেই দিনা গধূলিৰ পৰা ৰন্ধনশালাৰ কাম আৰম্ভ হল। ডঃ অশ্বিনী বৰকাকতীৰ অনুৰোধত কানৈ কলেজৰ অধ্যাপক শ্ৰীনৰেন চৌধাৰীদেৱে ৰন্ধন-শালাৰ আৰু ভোজনশালাৰ তত্ত্বাৱধান ললেহি। খাদ্য সমিতিৰ সদস্যসকলে চৌধাৰীদেৱক পাই অতিশয় সন্তোষিত হ'ল। শিক্ষক শ্ৰীকনক বৰা, শ্ৰীচন্দ্ৰ বৰা, শ্ৰীবেণুধৰ বৰা, শ্ৰীশিৱনাথ লাহিড়ি, শ্ৰীসুৰেন বৰা, শ্ৰীকনক কলিতা প্ৰভৃতিয়ে নিশা দিন নাগি, একেৰাহে ৩ দিন ৩ ৰাতি টোপনি খতি কৰি অভ্যাগতসকলৰ সেৱাতে কটালে। গুৱাহাটীৰ পৰা অহা শ্ৰীবৰদা শৰ্ম্মা, শ্ৰীমুনীন্দ্ৰ শইকীয়া, শ্ৰীগণেশ্বৰ দেৱশৰ্ম্মা প্ৰভৃতিয়েও ৰন্ধনি শালাৰ কাৰ্য্যতে যোগ দিলেহি। ধিং ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী শ্ৰীমতী শোভা দত্তই ৬০ জনী বছা বছা ছাত্ৰীক লগতলৈ একেৰাহে ৩ দিন ৩ ৰাতি অভ্যাগতসকলক ভোজনালয়ত, অতি নিয়াৰীকৈ, আপ্যায়িত কৰাত ব্যস্ত থাকিবলগীয়া

হোৱাটো সঁচাকৈয়ে প্ৰশংসনীয় কাৰ্য্য হৈছিল। অতি সুখ আৰু পৰিতাপৰ কথা তেওঁলোকে বাহিৰত কি হৈছে একোকে দেখা নেপালে। এনেকুৱা অসীম ধৈৰ্য্য আৰু একাগ্ৰতা আজিৰ দিনত সতকাই পোৱা টান। অধ্যাপক চৌধাৰীদেৱৰ অৱস্থাও তদ্ৰূপ। তেখেতেও ইমান ব্যস্ততাৰ মাজত থাকিবলগীয়া হৈছিল যে সভাস্থলত এপাক মাৰিবলৈও সময় নেপালে। তেখেতৰ এনেকুৱা সহায় সহযোগ খিঙৰ ৰাইজে সতকাই পাহৰা টান। প্ৰতি সাজে প্ৰায় দুহেজাৰ অতিথিক সেৱা কৰাটো সহজ-সাধ্য কথা নহয়। ইয়াৰ বাহিৰেও প্ৰদৰ্শনীলৈ অহা প্ৰায় ৪০০ কৰ্ম্মচাৰী, প্ৰচাৰ বিভাগৰ ১০।১২ জন লোক, অগ্নি নিৰ্ব্বাপক বাহিনীৰ ১০।১২ জন লোকৰ উপৰিও, সেৱক-সেৱিকা বাহিনীৰ ২০০ জন মানকো আমাৰ ৰন্ধন শালাতে খাবলৈ দিহা কৰি দিয়া হৈছিল। সৰ্ব্বমুঠ আঢ়ৈ হেজাৰমান লোকক প্ৰতি সাজে সোধ পোছ কৰা হৈছিল। অভ্যৰ্থনা সমিতিয়ে অভ্যাগতসকলৰ সেৱাৰ অকণো ত্ৰুটী কৰা নাছিল। ইমান ডাঙৰ অনুষ্ঠানত ভুলভ্ৰান্তি হোৱাটো একো আচৰিত কথা নহয়। আশা কৰোঁ অনিচ্ছাকৃত দোষৰ বাবে আমাক ৰাইজে নিশ্চয় ক্ষমা কৰিব।

১২ ফেব্ৰুৱাৰীৰ দিনাই প্ৰদৰ্শনীলৈ বৰ খৰখেদাকৈ হলেও, অসমৰ বিভিন্ন জিলাত প্ৰদৰ্শনী চলি থকা সময়তো, আমাৰ আহ্বানত, কৃষিবিভাগ, বয়ন বিভাগ, ৰেশম শিল্প বিভাগ, প্ৰকাশন পৰিষদ, সামাজিক শিক্ষা বিভাগ, পশু চিকিৎসা বিভাগ, মাফ্ জোফ্ বিভাগ, সাহিত্য সভাৰ পুস্তক বিভাগ, ভঁৰালীৰ ৰেডিঅ' বিভাগ, দত্তবৰুৱাৰ পুস্তক বিভাগ, হেমদত্তৰ প্ৰকাশন বিভাগ আদিয়ে অশেষ কষ্ট স্বীকাৰ কৰিও তেওঁলোকৰ প্ৰদৰ্শনৰ বস্তুৰ দোকান পোহাৰ দি আমাৰ প্ৰদৰ্শনীখন সৰ্ব্বাঙ্গ সুন্দৰ কৰি তুলি আমাক অশেষ সহায় কৰিলে। তেখেতসকলক আমাৰ কৃতজ্ঞতা জনালোঁ।

১২ তাৰিখৰ পৰা, ৰত্নগৰত জনতাৰ দলদোপ হেন্দোল দোপ লাগি পৰিল। সেই দিনাই আবেলি কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকল আহি পালেহি। লগে লগে ২।১ জনকৈ প্ৰতিনিধিসকলো আহিবলৈ ধৰিলে। নিশা কাৰ্য্যনিৰ্ব্বাহক সমিতি বহিল। ১৩ তাৰিখে পুৱাৰে পৰা ৰত্নগৰত উখল মাখল লাগি পৰিল। দূৰ-দূৰণিৰ মিতিৰ কুটুমে, খিং টাউন, আঠগাওঁ, ভকতগাওঁ, বিলতীয়া, খিং গাৱঁৰ ঘৰে ঘৰে আলহীৰে ভৰি পৰিলহি। উলিয়াই দিয়া জীয়াৰীহঁতে কাষত কেঁচুৱা আৰু লগত মিতিৰ কুটুম লৈ, বাপেক মাকৰ ঘৰত উবুৰি খাই পৰিলহি। ৭ দিন আগৰে পৰা বিশেষকৈ আঠগঞা ৰাইজে চিৰা, পিঠা, সান্দহ খুন্দি আলহী সুধিবলৈ সষ্টম হৈ আছিল। এনে এঘৰ মানুহ নাই, যি ঘৰত সেই কেইদিন কুৰিজনৰ কম আলহী নাছিল। ভাত খোৱাই ভাত খালে, জোগাৰ কৰি থোৱা টেকেলীয়ে টেকেলীয়ে দৈ গাখীৰেৰে ভাত নেখোৱাক জলপান খুৱালে। মাঘৰ বিহুতো বোধকৰোঁ এনেকুৱা জা-জলপানৰ পয়োভৰ নহয়। পিছত জানিব পাৰিলোঁ, একোঘৰে আলহী সোধাত ৩।৪ শকৈ টকা খৰচ কৰিছিল। নিতান্ত দুখীয়াজনেৰো কুৰি টকাৰ ওপৰত খৰচ হৈছিল। বিলতীয়া গাৱঁৰ একেবাৰেই দুখীয়া মণিৰাম বোলা মানুহজনেও মঙ্গলদৈ ফালৰ অহা তেওঁৰ মিতিৰ ২০ জনক ৩ দিন খুৱাই বুৱাই ৰাখিছিল। সেইবাবে তেওঁৰ একমাত্ৰ হাল গৰুবোৰকে বেচি খৰচ চলাবলগীয়া হৈছিল। মণিৰামে সোধাত কৈছিল, "জীয়াই থাকিলে গৰু এহাল আগলৈকো কিনিব পাৰিম, কিন্তু সহস্ৰ ৰাইজৰ পদধূলি লবলৈ জানো জীৱনত কেতিয়াবা পাম?" সাহিত্য সভাৰ প্ৰতি ৰাইজৰ কি হিয়াভৰা সঁহাৰি, তাক ভাষাৰে বৰ্ণাব নোৱাৰি। বাৰী দুখুনীয়েও যেন এজনক খুৱাবলৈ পাই কৃতকৃত্য হৈছিল।

১৩ তাৰিখৰ দিনা দুপৰীয়া ১২ বজাত, ডাঃ দীননাথ শৰ্ম্মা আৰু শ্ৰীমহেন্দ্ৰ ডেকাফুকনক সম্বৰ্দ্ধনা জনোৱা হৈছিল। সভাত সভাপতিত্ব কৰিছিল শ্ৰীআনন্দচন্দ্ৰ বৰুৱাই। সম্বৰ্দ্ধনা সভাত প্ৰায় চাৰি হেজাৰ মানুহ উপস্থিত আছিল। এনে সৌষ্ঠৱপূৰ্ণ সম্বৰ্দ্ধনা সভা

